**DEWALEO KATHA KAY ARU ANYANYA**
An Anthology of Anti-Fascist short stories from different countries translated by Dilip Talukdar and Published by Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 1

# দেৱালেও কথা কয় আৰু অন্যান্য

| | | |
|---|---|---|
| অনুবাদ | ঃ | দিলীপ তালুকদাৰ |
| | ঃ | হিমানী তালুকদাৰ |
| দ্বিতীয় প্ৰকাশ | ঃ | ২০০৯ |
| প্ৰকাশক | ঃ | চন্দ্ৰ প্ৰকাশ, পাণবজাৰ, গুৱাহাটী - ১ দূৰভাষ ঃ ২৫১১৯৪৬ |
| প্ৰথম আৰু চতুৰ্থ প্ৰচ্ছদ, ভিতৰৰ ব্যাখ্যা চিত্ৰ আৰু অলংকৰণ | ঃ | অতুল চন্দ্ৰ বৰুৱা (এই গ্ৰন্থত ব্যৱহৃত চিত্ৰবোৰ শিল্পীৰ অনুমতি অবিহনে আনে ব্যৱহাৰ কৰিব নোৱাৰিব) শিল্পীৰ দূৰভাষ নং - ৯৮৫৪৩৫৬৬১৬ |
| গ্ৰাফিক্‌চ | ঃ | মৃদুল শইকীয়া |
| সমগ্ৰ পৰিকল্পনা | ঃ | ধীৰাজ কুমাৰ ডেকা |
| অক্ষৰ বিন্যাস | ঃ | যাদৱ শৰ্মা আৰু জিণ্টু ডেকা |
| মূল্য | ঃ | ১০০ ০০ টকা মাত্ৰ |
| মূদ্ৰণ | ঃ | কম্পটন প্ৰিণ্টাৰ্ছ ইণ্ডিয়া উদ্যোগ পাম বামুণীমৈদাম গুৱাহাটী - ২১ |

# নেৱালেও কথা কয় আৰু অন্যান্য



## সংগ্ৰামী জনগণৰ হাতত

# কৃতজ্ঞতা

এই গল্পবোৰ বিভিন্ন সময়ত প্ৰকাশ কৰা বাবে 'দৈনিক অসম', 'অসম বাণী', 'অগ্ৰদূত', 'জনমভূমি', 'পূবালী', 'পূৰ্বাচল', 'যুগ', 'পাণ্ডুলিপি', 'সন্ধানী', 'নাগৰিক', 'দৈনিক জনসাধাৰণ', 'আজি', 'ৰংঘৰ' আৰু 'সাতসৰী'ৰ সম্পাদনা সমিতিলৈ

লগতে নয়নমণি কলিতা, ধৰ্মেন্দ্ৰ প্ৰসাদ, মাধৱ পাটগিৰি, ৰাতুল কুমাৰ শৰ্মা, ভবেন গোস্বামী, অলক অধিকাৰী আৰু ৰাজু অধিকাৰীলৈ কৃতজ্ঞতা জনালোঁ।

# দেৱালেও কথা কয় আৰু অন্যান্যৰ সন্দৰ্ভত

## শশী শৰ্মা

আজিৰ যুগ মহাজাগতিক যুগ। এই যুগ মহাবিশ্বৰ লগত মধুৰ সম্পৰ্ক পতাৰ যুগ। এই মধুৰ সম্পৰ্ক স্থাপনৰ সৰ্বোৎকৃষ্ট মাধ্যম হ'ল সাহিত্য। অনুসন্ধিৎসু মানেই জানে যে বিশ্বৰ সকলো ভাষা আয়ত্ত কৰা মানুহ কোনো নাই। কিন্তু ইংৰাজী ভাষা জনা মানুহ বহুত। দ্বিতীয় মহাযুদ্ধৰ আগলৈকে বিশ্বৰ দুয়োটা গোলাৰ্দ্ধতে ব্যাপী আছিল ইংৰাজ জাতিৰ সাম্ৰাজ্য। ইংৰাজৰ উপনিবেশিক সাম্ৰাজ্যৰ লগতে সমগ্ৰ ইংৰাজ বা বৃটিছ সাম্ৰাজ্যত বিস্তাৰ ঘটিছিল ইংৰাজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ। অৱশ্যে বৃটিছ সাম্ৰাজ্যৰ বাজত থকা দেশবোৰত ইংৰাজৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰভাৱ আছিল নিচেই সামান্য। মহান নাট্যকাৰ কবি শ্বেক্সপিয়েৰৰ দিনৰ পৰা ইংৰাজী সাহিত্য আছিল অতি চহকী। কিন্তু তাকে লৈ ইংৰাজ জাতি তুষ্ট নাছিল, অনুবাদৰ মাধ্যমত সমগ্ৰ বিশ্বৰ সাহিত্যিকে আত্মসাৎ কৰিলে ইংৰাজী ভাষা-সাহিত্যই। সম্প্ৰতি সমগ্ৰ বিশ্বৰ লগত, বিশ্বৰ সাহিত্য-সংস্কৃতিৰ লগত পৰিচিত হোৱাৰ বিশিষ্ট মাধ্যম হ'ল ইংৰাজী। কিন্তু ইংৰাজী নজনা মানুহ, ইংল্যাণ্ড আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰ ভিন্ন আন দেশত অসংখ্য। কিন্তু বিশ্বক জনাৰ, বিশ্বৰ লগত ভাবৰ সম্পৰ্ক পতাৰ মানুহ মানৰে অদম্য হেঁপাহ। আৰু যিহেতু বিশ্বৰ প্ৰায় সকলো ভাষাৰে বিশিষ্ট গ্ৰন্থসমূহ ইংৰাজীলৈ অনূদিত হৈছে, গতিকে ইংৰাজী জানিলে, ইচ্ছুক বা অভিলাষী মানেই বিশ্ব সাহিত্যৰ লগত পৰিচিত হ'ব পাৰে। আমাৰ সমাজত কিন্তু ইংৰাজী নজনা মানুহৰ সংখ্যা বৰ বেছি। সেই সকলৰো অনেকৰে বিশ্ব সাহিত্যৰ লগত পৰিচিত হোৱাৰ ধাউতি আছে। এই ক্ষেত্ৰত আন এটা গুৰুত্বপূৰ্ণ সত্য এয়ে যে, অনিচ্ছুক বা অনাগ্ৰহী লোককো বিশ্ব সাহিত্য বা বিশ্বৰ জনগণৰ চিন্তা-চেতনাৰ প্ৰতি আগ্ৰহী কৰি তোলাৰ দায়িত্ব ন্যস্ত আধুনিক শিক্ষাৰে শিক্ষিত লেখক-সাহিত্যিক সকলৰেই। অৱশ্যে শ্ৰেণী বিধ্বস্ত এই সমাজখনত দায়বদ্ধ লেখক-সাহিত্যিকৰ সংখ্যা বৰ কম। আৰু সেই কাৰণেই এই দায়বদ্ধ লেখকসকলৰ দায়িত্ব অতি গধুৰ।

'জোনাকী' যুগত এই দায়িত্ব বহন কৰিছিল ঘাইকৈ আনন্দ চন্দ্ৰ আগৰৱালাই। অসমে তেওঁক 'ভাঙনি কোঁৱৰ' বুলিয়ে জানে। তেওঁৰ পিছতে কিছু নিষ্ঠাৰে ওমৰ খাযামৰ 'ৰুবায়তৰ' ইংৰাজীৰ পৰা 'ওমৰ তীৰ্থ' নাম দি ভাঙনি কৰিছিল বনফুলৰ

কবি যতীন্দ্ৰ নাথ দুৱৰাই। নবেল বঁটা বিজয়ী ৰুছ সাহিত্যিক চোনৰাৰিৎছিনৰ 'ডাক্তৰ ঝিভাগো'খন 'ৰামধেনু'ৰ বুকুত ছোৱা ছোৱাকৈ প্ৰকাশ কৰিয়ে নলিনীধৰ ভট্টাচাৰ্য অসমৰ পঢ়ুৱৈ সমাজত জনপ্ৰিয় হৈ উঠা নাছিলনে! অসমীয়া অনুবাদ সাহিত্যলৈ গোলক চন্দ্ৰ দত্ত প্ৰমুখ্যে অন্যান্য কেবাজনেও বিশিষ্ট অৰিহণা যোগাই আছে। নৱকান্ত বৰুৱাই আনকি ডাণ্টেৰ 'ডিভাইন কমেডি'ও অসমীয়ালৈ ভাঙিছে।

যিসকল অসমীয়া কবি-সাহিত্যিকে বিশ্ব ভাতৃত্ববোধৰ আদৰ্শৰ ভেটিত শ্ৰেণীহীন, বিভেদহীন, শোষণ-নিপীড়নহীন সাম্যৰ সমাজ গঢ়িবলৈ আত্মনিযোগ কৰিছে, সেইসকলৰ ভিতৰত যুৱ সাহিত্যিক দিলীপ তালুকদাৰ নিঃসন্দেহেই হ'ব অন্যতম অগ্ৰণী। তেওঁৰ মৌলিক সৃষ্টিও যথেষ্ট আছে, কিন্তু বিশ্ব বৰেণ্য প্ৰগতিবাদী সাহিত্যিকৰ বিশিষ্ট ৰচনাৰ ভাঙনিৰ পৰিমাণেই বেছি। এই ক্ষেত্ৰত মন কৰিব লগা কথা এয়ে যে তেওঁ এনে ৰচনাৱলীহে অসমীয়ালৈ ভাঙিছে, যিয়ে বিশ্ব ভাতৃত্ববোধৰ ভেটিত সাম্যৰ পৃথিৱী গঢ়িবলৈ সমাজক অনুপ্ৰাণিত কৰে। তাৰে ভিতৰত 'নাজিম হিকমত'ৰ কবিতা 'পেলেষ্টাইনৰ কবিতা।', 'ব্ৰেখটৰ কবিতা', লু চুনৰ ৰচনা সম্ভাৰ, খলিল জিব্ৰানৰ ৰচনা, কৃষণ চন্দৰৰ গল্প, উপন্যাস, প্ৰেমচন্দৰ মানবীয় গল্পই প্ৰধান।

তেওঁ কবিতাই ভাঙক বা গল্প-উপন্যাসেই ভাঙক, মূল লেখকৰ চিন্তা চেতনা আৰু মানসিকতাৰ লগত এক হৈ পৰে। তাৰ পৰিণতিত ভাঙনি সাহিত্যও মৌলিক সাহিত্যৰ সদৃশ হৈ পৰে। অৰ্থাৎ ৰচোতা-ভাঙোতা যেন এক হৈ পৰে। এই বৈশিষ্ট্যৰে ৰঞ্জিত দিলীপ তালুকদাৰৰ ভাঙনি সাহিত্য।

সম্প্ৰতি প্ৰকাশ কৰিবলৈ লোৱা "দেৱালেও কথা কয় আৰু অন্যান্য" বোলা এই গল্প সংকলনখনি আৰু বৈশিষ্ট্যপূৰ্ণ। যথাৰ্থ প্ৰগতিবাদী সাহিত্যিকৰ মানত এই পৃথিৱীখনৰ সীমা নাই— সমগ্ৰ পৃথিৱীখনেই তেওঁলোকৰ মানত এখন সুখময-আনন্দময ঘৰহে। দেশ, ৰাজ্য, ভাষা-সাহিত্যৰ সীমাই তেওঁলোকক আমনি নকৰে, ভাষা-সাহিত্য-সংস্কৃতিৰ সৈতে সমগ্ৰ জগতখন মাথোঁ এখন আহল-বহল পৰিয়ালৰূপে প্ৰতীযমান হয। কিন্তু শোষক-নিপীড়ক প্ৰতিক্ৰিয়াশীল শ্ৰেণী প্ৰভুসকলে সকলো ক্ষেত্ৰতে আৰোপ কৰে মাথোঁ সীমা — মাথোঁ দুৰ্লঙ্ঘ্য প্ৰাচীৰ। প্ৰগতিশীল সাহিত্য-সংস্কৃতিয়ে ভাঙি দিয়ে সেই সীমা— উচ্ছেদ কৰি দিয়ে সেই প্ৰাচীৰ। প্ৰকাশমান "দেৱলেও কথা কয়" সেইফালৰ পৰা অতি তাৎপৰ্যপূৰ্ণ গল্প সংকলন। ইয়াত এই পৃথিৱীৰ পঁচিশখন দেশৰ সাতাইশ গৰাকী প্ৰগতিবাদী গল্পকাৰৰ সাতাইশটা অনূদিত গল্প সংকলিত হৈছে। ভাৰতৰ ভগৱতী পানিগ্ৰাহীৰ 'চিকাৰ' আৰু সৰোজ কুমাৰ দত্তৰ 'বাঘৰ পোৱালি' বোলা গল্প দুটা, বাংলাদেশৰ আবুল মনচুৰ আহমেদৰ 'নিমখ হাৰাম', পাকিস্তানৰ চাদাৎ হোচেন মণ্টুৰ 'লাইচেঞ্চ'কে আদি কৰি চীন, লাওচ, ইটালী, ফ্ৰান্স, পেলেষ্টাইন, মিচৰ, পোলেণ্ড, ইৰাণ, চেকোশ্লাভাক, দক্ষিণ আফ্ৰিকা, জাৰ্মান, লেবানন, ৰুমানিয়া, ব্ৰিটেন, পেৰু, আমেৰিকা,

বুলগেৰিয়া, ভিয়েটনাম, ৰাছিয়া, ছোভিয়েট আৰু মেক্সিকোৰ গল্পকাৰৰ গল্প সংকলি‌ হৈছে। দেশ বিভাজনৰ পিছৰে পৰা পাকিস্তান আৰু বাংলাদেশ ভাৰতীয়ৰ মানত মাথে বিদেশেই নহয়, শত্ৰুও। কিন্তু ইয়াত সংকলিত গল্পকেইটাৰ পঢ়ুৱৈ মানে অনুভৱ কৰি যে ভাৰতৰ গল্পকাৰ পানিগ্ৰাহী বা দত্তৰ গল্পৰ যি চিন্তা-চেতনা, বাংলাদেশৰ মনচু আহমেদৰ 'নিমখ হাৰাম' বা পাকিস্তানৰ চাদাৎ হোচেন মণ্টুৰ গল্প 'লাইচেঞ্চ'ৰ চিন্তা চেতনাও প্ৰকৃততে অভিন্নই। এই গল্পৰ অধ্যয়নে অনুভৱ কৰিবলৈ দিদিয়ে যে ভাৰতী প্ৰগতিবাদী চিন্তা-চেতনাৰ পৰা বাংলাদেশ বা পাকিস্তানৰ প্ৰগতিবাদী চিন্তা-চেতনা ভিন্ন অসম-ভাৰতৰ পঢ়ুৱৈ সমাজে 'নিমখ হাৰাম' বা 'লাইচেঞ্চ' গল্পৰ চিন্তা-চেতনাৰ লগ‌ এক আৰু অভিন্ন ৰূপে প্ৰতিপন্ন হোৱা অতি স্বাভাৱিক কথা। ব্ৰিটেন আৰু আমেৰিক সাম্ৰাজ্যবাদী দেশ। তেওঁলোকৰ ৰাজনীতি, তেওঁলোকৰ শোষণ নীতি সমগ্ৰ পৃথিৱীৰে শোষিত জনগণৰ ঘৃণাৰ কাৰণ। ব্ৰিটেনৰ ৰাল্‌ফ ফাক্সৰ গল্প 'ফ্ৰাংক হুইটামৰ ফাঁচী হ'ল আৰু পানিগ্ৰাহীৰ গল্প 'চিকাৰ'ত ঘিনুবাৰ ফাঁচীৰ কাহিনীৰ পৰা প্ৰভেদ ক'ত? ঘিনুবা‌ লোকহিতকৰ সাহসী বীৰ পুৰুষ আৰু হুইটামো সাহসী বীৰ পুৰুষ। পাৰ্থক্য এয়ে ‌ ঘিনুবা অজলা, কিন্তু হুইটাম চতুৰ। ঘিনুৱাই হত্যা কৰিছিল নিৰ্মম নিষ্ঠুৰ অত্যাচাৰীৰ — জনগণৰ কল্যাণৰ কামনাতে আৰু হুইটামে ভৰাল ভঙি খাদ্য দ্ৰব্য বিতৰণ কৰিছি দুখী-দৰিদ্ৰৰ কল্যাণৰ অৰ্থেই, কিন্তু শাসক প্ৰভু শ্ৰেণীৰ বিচাৰত তেওঁলোক হ'ল মৃত্যু দণ্ডৰে দণ্ডিত। অথচ ব্ৰিটেনে নিজক আদৰ্শ গণতন্ত্ৰ বুলি কৰে দাবী। জন কল্যাণহী‌ গণতন্ত্ৰ যে ভুঁৱা, অসাৰ তাকেই উপলব্ধি কৰাব বিচাৰিছে পানিগ্ৰাহী আৰু ৰালফ্‌ ফাকসেও। একে সুৰতে বন্ধা গল্প আমেৰিকাৰ মাইক কুইনৰ 'জনমত'। তাত যে‌ চকুত আঙুলি দি দেখুৱাইছে যে পুঁজিবাদী সমাজত জনগণৰ জীৱন, আদৰ্শ অৰ্থহীন সংবাদ পত্ৰৰ স্বাধীনতাও অৰ্থহীন — কাৰণ সিবোৰৰ পৰিচালক পুঁজিপতিহে। পুঁজিপতি সাম্ৰাজ্যবাদী শ্ৰেণী প্ৰভুসকল ব্যস্ত শ্ৰেণী স্বাৰ্থ পূৰণতহে। জনগণ মাথোঁ উৎপাদন‌ আহিলাহে। সমগ্ৰ পৃথিৱী ব্যাপী জনগণ উপেক্ষিত, অৱহেলিত আৰু সমগ্ৰ বিশ্বৰে প্ৰগতিবাদী সাহিত্যিকৰ সৃষ্টিৰ মাজেদি প্ৰত্যক্ষ বা পৰোক্ষভাৱে এই মহাসত্য ধ্বনিত এই ক্ষেত্ৰত দেশ-বিদেশৰ বিভেদ নাই— সীমাই আমনি নকৰে। এই সংকলনটিৰ আন এটা বিশিষ্ট গল্প হ'ল 'ভোক'। ৰচনা কৰিছে মেক্সিকোৰ বিশিষ্ট কথা সাহিত্যিক মেক্স আউনে। খৰাং বতৰ, দুৰ্ভিক্ষ-পীড়িত অঞ্চল। ৰুটীয়ে নহয়, আনকি পিবলৈ পানীৰ অভাৱত মানুহেই নহয়, পশু-পক্ষীয়েও মৃত্যু বৰণ কৰিছে কিন্তু তথাপি প্ৰভু শ্ৰেণীৰ মন কোমলা নাই,— নিৰ্মম শোষণৰ আকাংক্ষা এৰা নাই। তেওঁলোকৰ ভৰাল শস্যৰেও আছিল খুন্দ খায। দুখীয়া, দৰিদ্ৰ শ্ৰমকাৰী জনগণৰ প্ৰতি যে প্ৰভুশ্ৰেণী কি নিৰ্মমভাৱেই নিষ্ঠুৰ। কিন্তু সমাজতান্ত্ৰিক ছোভিয়েটৰ মামেদ হানলিৰ গল্প 'তুষাৰ মূৰ্তি'ৰ পৰিৱেশ সম্পূৰ্ণ সুকীয়া। হানলিয়ে তাত দুখন ভিন্নসুৰী সমাজৰ ছবি ব্যঞ্জনাৰ সহায়ত চিত্ৰিত কৰিছে। এখন ফেচিবাদী অত্যাচাৰী হিটলাৰৰ জাৰ্মানী, সেই সমাজ আছিল চূড়ান্ত

স্বেচ্ছাচাৰী সমাজ, মানৱীয় মুক্তি, মানৱীয় স্বাধীনতাৰ তাত লেশমানো নাছিল স্থান। নাজী জাৰ্মানীৰ দ্বাৰা বিধ্বস্ত গাঁৱৰ তিৰোতাজনীয়ে তুষাৰ আবৃত শীতক নেওচি নিশাৰ আন্ধাৰত নিজৰ কেঁচুৱাটোক ৰক্ষা কৰাৰ আকাংখাৰে আন্ধাৰ ফালি অকলে অকলে আগ বাঢ়িছিল ছোভিয়েট অভিমুখে, অন্ততঃ কেঁচুৱাটোক ছোভিয়েটৰ মহান মানৱীয় মুক্তিৰ চেতনাৰ পোহৰত মানুহ কৰাৰ আকাংখাৰে তুষাৰে ঢাকি ধৰাত, মাতৃগৰাকী নিঠৰ হ'ল— কিন্তু গাত থকা সকলোখিনি উমাল কাপোৰেৰে কেঁচুৱাটোক আবৰি লোৱাত সি জীয়াই থাকিল। তহলদাৰী ছোভিয়েট সেনা বাহিনীয়ে কেঁচুৱাটোক উদ্ধাৰ কৰিয়ে নেৰিলে, তাক মানুহ কৰাৰ দায়িত্বও বহন কৰিলে। লগে লগে মাতৃগৰাকীৰ মহান অপত্য স্নেহৰ পৱিত্ৰ স্মৃতিও আঁকি ল'লে চিত্তে চিত্তে। সেই ছোভিয়েট মুক্তমনা মুক্ত প্ৰাণা মানুহ মানৱে কিমান আপোন। কিন্তু তাৰ বিপৰীতে জাৰতন্ত্ৰৰ অধীন ৰুচিয়াৰ গল্প 'মিছিল'ত কি আছে ? মুক্তিকামী হেজাৰ-বিজাৰ জনগণ আগবাঢ়িছে শোভাযাত্ৰা কৰি আৰু জাৰৰ অধীন সামন্ততান্ত্ৰিক ৰুচিয়াৰ সেনাবাহিনীয়ে সেই নিৰস্ত্ৰ আৰু শান্তিকামী জনগণৰ ওপৰত নিৰ্মম-নিষ্ঠুৰতাৰে চলালে মেচিনগান, বৈ গ'ল তেজৰ নদী। 'তুষাৰ মূৰ্তি' আৰু 'মিছিল' এহাতে মুক্ত মানুহৰ মুক্ত সমাজতান্ত্ৰিক সমাজ ব্যৱস্থা আৰু স্বেচ্ছাচাৰী শোষক শ্ৰেণী প্ৰভুৰ দ্বাৰা শাসিত সমাজৰ স্বৰূপক তুলনামূলকভাৱে বিচাৰ কৰাৰ এক বিশিষ্ট সুচল এই গল্প দুটাই দিছে।

প্ৰকৃততেই এই সংকলনটোৰ গল্পকেইটাৰ মাজেৰে ৰূপায়িত চিন্তা-চেতনাই বঢ়িযাকৈ উপলব্ধি কৰিবলৈ দিয়ে যে মানুহ আৰু মানুহৰ মাজত মুকালিমূৰীয়া মিলনৰ পথৰ বাধা বা সীমাৰ প্ৰাচীৰ হ'ল শ্ৰেণী সমাজ। য'ত শ্ৰেণী সমাজ বাহাল আছে, তাতেই চলি আছে নিৰ্মম নৃশংসতা, অবিচাৰ, অশান্তি, ঘৃণা, হত্যা, হিংসা, সন্ত্ৰাস আৰু য'ত শ্ৰেণী সমাজ উচ্ছন্ন হৈছে, প্ৰতিষ্ঠা হৈছে সাম্যৰ সমাজ ত'তেই আপামৰ আবাল বৃদ্ধ-বণিতাই লাভ কৰিছে স্বাচ্ছন্দ্যপূৰ্ণ মুক্ত জীৱন, মুক্ত সমাজ। এই নীতি, এই সত্য সমগ্ৰ বিশ্বব্যাপী এক আৰু অভিন্ন। ভিন ভিন দেশৰ সাহিত্যৰ অধ্যয়নে এই মহাসত্য উপলব্ধি কৰাত হয় প্ৰধানভাৱে সহায়ক, আলোচ্যমান গল্প সংকলন 'দেৱালেও কথা কয় আৰু অন্যান্য' ইয়াৰ এক উজ্জ্বল নিদৰ্শন।

আমাৰ বিশ্বাস যে এই অনূদিত গল্পৰ সংকলনটোই পঢ়ুৱৈ মানকে, তাহানি বেজবৰুৱাই কৈ যোৱাৰ দৰে, নতুন প্ৰাণ, নৱ চকু দান কৰিব। মানুহ আৰু মানুহৰ মিলনৰ পথত শ্ৰেণী সমাজ গঢ়ি তোলা সকলো প্ৰকাৰৰ সীমাৰ প্ৰাচীৰ সংঘবদ্ধভাৱে উচ্ছন্ন কৰিবলৈও জাগ্ৰত সমাজ দৃঢ় পৰিকৰ হ'বই, বিশ্ব ভ্ৰাতৃত্ববোধৰ ভেঁটিত আনন্দমুখৰ ন মানুহ, ন সমাজ, ন পৃথিৱী গঢ়ি তুলিবলৈও সমৰ্থ হ'ব। আমাৰ এই বিশ্বাসো দহদহীয়া হৈ আছে যে যুৱ সাহিত্যিক দিলীপে ন ন প্ৰগতিবাদী সাহিত্যৰ নিৰৱচ্ছিন্ন যোগানেৰে সমাজক আলোড়িত কৰি ৰাখিবই আৰু সমাজেও তেওঁৰ দৃষ্টিক আনন্দেৰে সমাদৰ জনাবই। ❑

# মোৰ এষাৰ...

সাহিত্যৰ নবীনতম শাখা হ'ল চুটি গল্প। অথচ আমি আধুনিকতম প্ৰযুক্তিৰ তীক্ষ্ণ দক্ষতাৰ সফল প্ৰয়োগ দেখা পাওঁ চুটি গল্পৰ নিৰ্মাণ শৈলীত। চুটি গল্পক লৈ ভাবনা চিন্তাৰ আলোড়ন সমগ্ৰ পৃথিৱীতে বিৰাজমান। সকলো ভাষাতেই চলিছে নানা পৰীক্ষা-নিৰীক্ষা। এনে লাগে যেন বোধ আৰু অনুভৱে গল্পবোৰৰ প্ৰধান সম্পদ। বিষয় আৰু পটভূমিৰ বৈচিত্ৰ্য স্বত্বেও যি অনুভৱ গল্পবোৰক এক সূত্ৰত বান্ধি ৰখাত উদ্বুদ্ধ কৰিছে সেয়া হ'ল মানুহ আৰু মানৱিকবোধত অকৃত্ৰিম অৱস্থা আৰু উত্তৰণৰ আকাংক্ষা। মুখ্যতঃ প্ৰতিবাদী গল্প সম্পৰ্কত কোনো স্থায়ী ধাৰণা লৈ অন্বেষণ চলোৱা হোৱা নাই। অন্য দিশত সময় আৰু সমাজৰ সংঘাতৰ পুৰণি সম্পৰ্ক নিয়ত ভাঙি গৈছে। পৃথিৱীৰ গোলকটোৰ পৰিধিও ক্ৰমাৎ সলনি হৈ গৈছে। প্ৰতিবাদৰ ভাষা আৰু ভঙ্গীও।

অনুবাদে প্ৰতিখন দেশৰ সাহিত্যক ক্ৰমশঃ ওচৰ চপাই আনে-হৃদযত এক মধুৰ সম্পৰ্ক গটি তোলে। এডাল সুত্তিৰ সৃষ্টি কৰে। অনুবাদৰ জৰিয়তে পাঠক বৃন্দই ভিন্ন দেশৰ ভিন্ন জন লেখকৰ অনুভৱ, কলা কৌশল, চিত্ৰ ৰূপায়ণৰ দক্ষতা আৰু মানৱতাবাদৰ অমূল্য ৰত্নৰ জিলিকনি দেখা পাবলৈ সক্ষম হয়।

বহুদিনৰ পৰাই ফেচিবাদ বিৰোধী আন্তৰ্জাতিক গল্পৰ এখন সংকলন প্ৰকাশ কৰাৰ গভীৰ ইচ্ছা মনতে সাঁচি থৈছিলোঁ। এই সংকলনত সন্নিবিষ্ট গল্পবোৰ মুখ্যত প্ৰতিবাদী— ফেচিবাদ বিৰোধী। ফেচিবাদৰ যি কিম্ভূত কিমাকাৰ অৱয়ব দৃশ্যমান— শোষণ-নিপীড়ন, স্বৈৰাচাৰ আৰু কু-অভিসন্ধিৰ গাঁতত যি কবন্ধ বাস কৰে তাৰ বিৰুদ্ধে সোচচাৰ এই গল্পবোৰ। এই গল্পবোৰে কোনো ক্ষেত্ৰতে প্ৰেম, দেশপ্ৰেম, বিশ্বাস, নিষ্ঠা, মানৱতাবাদ, আত্মৰক্ষাৰ উপায়ক আনৰ কাষত শিৰ দোৱাবলৈ নকয়। পৃথিৱীৰ সকলো দেশৰ লেখকৰ এয়ে মৰ্ম বাণী।

(১৯৬১-৭০) দহবছৰে দক্ষিণ আফ্ৰিকাৰ ডেনিচ ব্ৰুটাচ আইন অনুসাৰে বাধ্য কৰিছিল যে প্ৰতিবাদী লেখকে এক শাৰীও লিখিব নোৱাৰে। এটা সময়ত বহু লেখকৰ ওপৰত, আনকি তেওঁলোকে শ্লোগানৰ এটি শব্দও লিখাৰ অধিকাৰৰ পৰা বঞ্চিত হৈছিল। বহু লেখকে দেশ এৰিছিল, মৃত্যুবৰণ কৰিব লগা হৈছিল। চেন্সৰ দপ্তৰত পত্ৰিকাৰ ফাইল পুৰি পেলোৱা হৈছিল। ৰঙা চিয়াহীৰ বিপদজনক লেখনিত বহু লেখকৰ ফাঁচীও হৈছিল।

তথাপি লিখকৰ কলম বৈ যোৱা নাই— কোনো আইনে লিখকৰ কণ্ঠৰোধ কৰিব নোৱাৰিলে। মানৱ প্ৰেম আৰু ন্যায় সবাতোকৈ উৰ্দ্ধত। এই গল্পবোৰে এক নতুন আলোকৰ সন্ধান দিয়ে।

অজ্ঞাতে বৈ যোৱা ভুল-ভ্ৰান্তিৰ বাবে পাঠক সমাজৰ কাষত ক্ষমা প্ৰাৰ্থনা মাগিলো। 'নানা ৰঙৰ গল্প', আৰু 'বিশ্ব সাহিত্যৰ এমুঠি গল্প'ৰ দৰে পাঠকসকলে এই পুথিখনো আদৰি ল'লে মোৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

দুৰ্গা সৰোবৰ
পশ্চিম শান্তিপুৰ
গুৱাহাটী-৯

[signature]

# সূচীপত্ৰ

❑ ভগৱতীপানিগ্ৰাহী



# চিকাৰ

সেই এলেকাৰ ঘিনুৱা বৰ নামজাদা চিকাৰী। ঘিনুৱাই বন্দুক চলাব নাজানে। তাৰ প্ৰধান অস্ত্ৰ হ'ল নিজে তৈয়াৰ কৰা ধনু কাড। কাড এৰাৰ সময়ত সি প্ৰায় চিৎ হৈ শুই পৰে। ধনুৰ গুণডাল কাণৰ কাষ পৰ্যন্ত টানি আনি কাড এৰি দিয়ে। এইদৰে এমাইল দূৰ পৰ্যন্ত কাড় মাৰি সি লক্ষ্য ভেদ কৰিব পাৰে। সেই ধনুৰ সহায়ত সি অসংখ্য হৰিণ, বাঘ, ভালুক, গাহৰি আদি মাৰিছে। বহু চিতা বাঘ মাৰিছে। অৱশ্যে ডাঙৰ বাঘ মাত্ৰ দুটাহে মাৰিছিল। বাঘ দুটা মাৰি সি ডেপুটি কমিচনাৰৰ পৰা পুৰস্কাৰো পাইছিল।

সেইদিনা পুৱাবেলা ঘিনুৱাই এটি অদ্ভুত চিকাৰ লৈ ডেপুটি কমিচনাৰৰ ঘৰত গৈ উপস্থিত হ'ল। তাৰ এখন কান্ধত ওলমি আছে কেইডালমান কাড় আৰু আনখন কান্ধত এখন কুঠাৰ। সেই বেশত দেখি ডেপুটি কমিচনাৰৰ চাপ্ৰাচীয়ে শুধিলে 'কি অ', কি চিকাৰ আনিছ আজি?'

ঘিনুৱাক সি বৰ ভালকৈ চিনি পায়।

বহুবাৰ সি তাৰ পুৰস্কাৰৰ অংশীদাৰো হৈছিল। প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ ঘিনুৱাই তাৰ দুপাৰি মলিন দাঁত বাহিৰ উলিয়াই দেখুৱালে। সি হাঁহিলে নে কান্দিলে ঠিক বুজা নগল।

কিযনো সততাৰ যি হাঁহি তাক ঘিনুবাৰ মুখত কোনেৰে দেখা নাছিল। সেয়ে চাপ্ৰাচীয়ে পুনৰ সুধিলে 'আজি কি চিকাৰ আনিছ ভাই?'

গামোচাত বন্ধা এটা টোপোলাটো আঙুলিযাই ঘিনুবাই ক'লে যে আজি সি এটা বৰ ডাঙৰ চিকাৰ লৈ আহিছে।

চাপ্ৰাচীয়ে সুধিলে 'বাঘ?'

মূৰ জোকাৰি ক'লে 'নহয়।'

'তেন্তে চিতা বাঘ, ভালুক নে গাহৰি?'

ঘিনুবাই মূৰ জোকাৰিলে।

'তেন্তে কি আনিছ?'

মাত শুনি স্বয়ং চাহাব বাহিৰলৈ ওলাই আহিল। ঘিনুবাই এটি নমস্কাৰ কৰি তেনেকৈয়ে দাঁত উলিয়াই চাহাবৰ পিনে চাই থাকিল। চাহাবে চিকাৰ চাবলৈ বৰ আগ্ৰহ প্ৰকাশ কৰিলে। সেয়ে টোপোলাটো মেলি ঘিনুবাই উলিযাই আনিলে এটি সদ্য কটা মানুহৰ মূৰ।

মূৰটো সি চাহাবৰ ভৰিৰ কাষতে থলে।

চমকি উঠি চাহাব অলপ পিছুৱাই গ'ল আৰু ঘিনুবাই হাত আগবঢ়াই ক'লে 'চাহাব পুৰস্কাৰ।'

নিজকে সংযত কৰি চাহাবে ইঙ্গিতেৰে ঘিনুবাক পুৰস্কাৰৰ বাবে অলপ অপেক্ষা কৰিবলৈ কৈ ভিতৰলৈ গ'ল। তাৰ পিছত সশস্ত্ৰ পুলিচ বাহিনীলৈ ফোন কৰিলে। ইযাৰ বাদে ঘিনুবাক পৰাজিত কৰাৰ বাবে তেওঁৰ অন্য কোনো উপায় নাছিল। এফালে তাৰ গাত অসুৰৰ বল, তাতে তাৰ হাতত আছে ধনু কাড আৰু কুঠাৰ।

বন্দী হৈ ঘিনুবা যেতিযা হাজোতত সোমাল, তেতিয়াওঁ ঘটনাটো কি সি বুজি নেপালে। এইদৰে আটক কৰি ৰখাৰ কাৰণ কি? সুযোগ পালেই সি ইটো সিটোক সুধিবলৈ ধৰিলে। কোনোৱে ক'লে তাৰ ফাঁচী হব আৰু কোনেৰে ক'লে তাক দ্বীপান্তৰিত কৰিব। কিন্তু সিনো কি অপৰাধ কৰিছে একোকে বুজি নেপালে। কাৰো কথা কি বিশ্বাস নকৰিলে। শেষত এদিন ডেপুটি কমিচনাৰে কাৰাগাৰ পৰিদৰ্শন কৰিবলৈ আহিল। ঘিনুবাই তেওঁৰ পৰা সকলো কথা জানিব বিচাৰিলে। চাহাবে ক'লে 'অত দিন তই বাঘ, ভালুক মাৰি লগে লগে পুৰস্কাৰ পাইছিল। কিন্তু এইবাৰ তই মাৰিছ এটা মানুহ, সেয়ে কি পুৰস্কাৰ দিয়া হব সেইটো আন দহজনৰ সতে আলোচনা কৰিব লাগিব।'

কথাটো ঘিনুবাৰ মনত লাগিল। যিদিনা ঘিনুবাৰ বিচাৰ আৰম্ভ হ'ল সেইদিনা সি মনে মনে ভাবিলে যে তাৰ ভাগ্যত এইবাৰ ভাল পুৰস্কাৰ মিলিব। সেইবাবে বৰ উৎসাহিত হৈ জজ চাহাবৰ আগত মুক্ত কণ্ঠে কবলৈ ধৰিলে - "গোবিন্দ সিং চৰ্দাৰৰ মূৰ কাটোতে তাৰ কম কষ্ট হোৱা নাছিল। বহুতে তাক মাৰিবলৈ সুযোগ বিচাৰি আছিল যদিও সেই সুযোগ পোৱা নাছিল। গেবিন্দ সিং চৰ্দাৰে সকলো সময়তে গাড়ীত ঘূৰে। সকলোকে লুটপাত কৰি নিজৰ অলেখ সম্পত্তি কৰিছে। সি কি কম চযতান আছিল? ক'ত লোকক হত্যা কৰিলে, তাৰ হিচাব কোনে ৰাখিছে? সেইদৰেই সি ঘিনুবাৰ ঘৰ মাটি সকলো লুটি-পুটি তাক সৰ্বস্বান্ত কৰিলে। সেইদিনা সি সন্ধিয়াৰ পৰত ঘিনুবাৰ স্ত্ৰীৰ ওপৰত অত্যাচাৰ কৰিবলৈ গৈছিল। বেটাৰ কি সাহস?

হঠাৎ ঘিনুবাক দেখা পাই সি গাড়ী লৈ পলাব খুজিছিল। বেটাই ভাবিছিল ঘিনুবাৰ

হাতৰ পৰা ৰক্ষা পৰিব? সেয়া জানো কেতিয়াবা হৈছে? প্ৰথমে দূৰৰ পৰাই গাড়ীৰ চকাত কাড মাৰি দিলো-গাড়ী অচল হৈ ৰৈ গ'ল। তাৰ পিছত কুঠাৰেৰে একেঘাপে তাৰ মূৰ দুখণ্ড কৰি মূৰটো কান্ধত লৈ সেই ৰাতিয়ে হাবিৰ মাজেৰে প্ৰায় ত্ৰিশ মাইল দৌৰি ডেপুটি কমিচনাৰৰ ঘৰত গৈ উপস্থিত হৈছিলো।

গোবিন্দ সিং চৰ্দ্দাৰ মানুহ নহয়। তাৰ হাতত থাকে বন্দুক। মানুহে বাঘ, ভালুকতকৈ তাক বেছি ভয় কৰে। কিয়নো সি বাঘ, ভালুকতকৈ মানুহৰ বহু বেছি সৰ্বনাশ কৰিছে। সেইবাবে তাক হত্যা কৰি ঘিনুবাই কম সাহসৰ কাম কৰা নাই আৰু বিচক্ষণৰ জানো পৰিচয় দিয়া নাই?

কিছু বছৰ আগতে বিদ্ৰোহী নেতা ঝপট সিঙৰ মূৰ কটাৰ বাবে চাহাবে ডোৰাক পাচশ টকা পুৰস্কাৰ দিছিল। তেওঁ কোনো গাভৰুৰ সতীত্ব নষ্ট কৰা নাছিল অথবা কাৰো ঘৰ মাটি লুটপাত কৰি নিয়া নাছিল। এবাৰ মাত্ৰ তেওঁ চৰকাৰী কোষাগাৰ লুটপাত কৰিছিল আৰু এজন চিপাহীক মাত্ৰ হত্যা কৰিছিল। কিন্তু গোবিন্দ সিং চৰ্দ্দাৰ এজন ভয়ঙ্কৰ লোক। তাক হত্যা কৰাৰ বাবে ঘিনুবাক বহু বেছি পুৰস্কাৰ দিব লাগে।

ঘিনুবাৰ কথা শুনি সকলোৱে হো হোকৈ হাঁহিবলৈ ধৰিলে, জজ চাহাবে ক'লে, 'অবশ্যে এয়া সঁচা কথা, তোমাক উচিত পুৰস্কাৰ দিয়াৰ বাবেই ইয়ালৈ অনা হৈছে।'

কথাবোৰৰ গূঢ় অৰ্থ ঘিনুবাই বুজি নেপালে। সকলো সহজভাবে গ্ৰহণ কৰিলে।

অবশ্যে প্ৰাণদণ্ড ৰায় দিয়াৰ সময়তো ঘিনুবাই যথাৰ্থ অৰ্থ নুবুজিলে। মাত্ৰ তাক জানিবলৈ দিয়া হ'ল যে তাৰ পুৰস্কাৰ দিয়াৰ দিন চমু চাপিছে। তথাপি ঘিনুবাই বুজিব নোৱাৰিলে যে সি এজন অপৰাধী আৰু তাৰ ফাঁচীৰ হুকুম হৈছে। ঝপট সিং আৰু গোবিন্দ সিং চৰ্দ্দাৰক হত্যা কৰা কাৰ্য্য যে একে নহয় সেইকথা সি বাৰু কেনেকৈ বুজিব? সি কেনেকৈ জানিব যে এটা গৌৰৱৰ তিলক আৰু আনটো ঘোৰ অপৰাধ। বনৰীয়া চাণ্ডাল হতভগা ঘিনুবাৰ ভোটা মগজুৱে এইবোৰ আইনৰ সূক্ষ্ম মেৰপেচ কেনেকৈ বাৰু জানিব?

মনে মনে ঘিনুবাই ভাবিলে যে ঝপট সিংহক হত্যা কৰি ডোৰাই পাইছিল পাচঁশ টকা, তাতকৈ বেছি নিদিলে সি নলয়। সকলোকে সি কব 'একো নিদিলেও হব চাহাব, কিন্তু ডোৰাক দিয়াতকৈ সৰহ দিব লাগিব।'

নিৰ্জন চেলত নিঃসঙ্গ ঘিনুবাই গভীৰ অন্ধকাৰত বহি বহি বহু কথা ভাবিলে। কথা কবলৈ কোনো নাই, কথা কোৱাৰ বাবে তাৰ ইচ্ছাও নাছিল। মাত্ৰ পুৰস্কাৰ লৈ ঘৰলৈ ঘূৰি যোৱাৰ বাবে তাৰ মন ছটফটাই উঠিছিল।

অৱশেষত ফাঁচীৰ সেই দিনটো আহিল। তাক প্ৰশ্ন কৰা হ'ল 'সি কি বিচাৰে? ঘিনুবাৰ মাত্ৰ এটাই কথা— মোৰ পুৰস্কাৰ?' তেতিয়া তাক কোৱা হ'ল 'বল তোক পুৰস্কাৰ দিওঁগৈ!' তাৰ মূৰত পিন্ধাই দিয়া হ'ল কলা কাপোৰ। ঘিনুবাই ভাবিলে বোধকৰো চকু বান্ধি তাৰ হাতত ঢালি দিয়া হব অলেখ সোণ-ৰূপ। চৰকাৰৰ লীলা বুজাই টান। এনেকৈ জানো পুৰস্কাৰ দিয়ে? ঘৰলৈ উভতি গৈ সি তাৰ পত্নীক সোণ-ৰূপবোৰ দেখুৱাব। তাই নিশ্চয় বৰ আনন্দিত হব। এই টকাৰে সি নতুন ঘৰ সাজিব, মাটি কিনিব- কিমান যে সুখ! এতিয়া আৰু গোবিন্দ চৰ্দ্দাৰ নাই যে সকলোবোৰ কাঢ়ি নিব ....

হঠাতে যেন কিবা এটাই তাৰ ডিঙিটো চেপা মাৰি ধৰিলে............ । ☐

❑ সৰোজ কুমাৰ দত্ত



# বাঘৰ খোৱালি

হঠাৎ মানুহজন থমকি ৰ'ল। এডাল শালগছৰ ডালত কেইটামান বান্দৰ আৰু চৰাইৰ অস্থিৰতা দেখি মানুহজন অলপ আগেযে সাৱধান হৈছিল, এবাৰ ভাবিছিল উভতি যাব, কিন্তু কালিয়ে কাটি থোৱা খৰিৰ লোভ সম্বৰণ কৰা সম্ভৱ নহয়, সেয়ে অতি সন্তৰ্পণে চকু কাণ সজাগ কৰি আগবাঢ়িছিল। হঠাৎ এটি শব্দ কাণত পৰাৰ লগে লগে থিয় দি ৰ'ল। তাৰ পিছত যি চকুত পৰিল সেয়া দেখি তাৰ বুকুৰ তেজ হিম হৈ গ'ল।

শীতৰ পুৱা। বৰ বেছি নটা বাজিছে। অৰণ্য শব্দহীন। শালগছৰ আঁৰেৰে এটুকুৰা পৰিস্কাৰ ঠাইত ৰ'দ পৰিছে। সেই ঠাইত চাৰিখন ভৰিৰে উবুৰি হৈ এটা বাঘে বহি লৈ এটা হৰিণা পোৱালি মাৰি খাবলৈ ধৰিছে। এৰা বাঘ নহয়, বাঘিনী।

মানুহজন য'ত থিয় হৈছিল সেই ঠাইৰ পৰা বৰ বেছি পঞ্চাশ গজ দূৰ হ'ব।

মানুহজনৰ নাম কালিম গাজী। বদাৱৰ মানুহ। বাঘ তাৰ অপৰিচিত নহয়। জীৱনত বাঘে মৰা বা বাঘে ধৰা সি কম মানুহ দেখা নাই। সাধাৰণতে ক'বলৈ গ'লে বাঘক লৈয়ে তাৰ বসতি। তথাপি এনেকৈ সি বাঘৰ মুখামুখি জীৱনত হোৱা নাই। প্ৰথমতে ভয়তে সি কাঠ হৈ গৈছিল। আহোতে আহোতে সি ইমান কাষ পাইছে যে, এতিয়া পিছলৈ গ'লে যদি অলপমান শব্দও হয় তেতিয়াই সৰ্বনাশ হ'ব। যেতিয়া সমগ্ৰ চিন্তাশক্তি একীভূত কৰিও কোনো উপায়

উলিয়াব নোৱাৰিলে, তেতিয়া শিলৰ মূৰ্তিৰ দৰে নিশ্চলভাৱে থিয় হৈ তীক্ষ্ণ দৃষ্টিৰে জন্তুটোক লক্ষ্য কৰি থাকিল।

তাৰ পিছত এটা সময়ত কালিম গাজী উচপ খাই উঠিল। কি সৰ্বনাশ! বাঘিনী অকলে নহয়, লগত পোৱালিও। এটাই মাকৰ নেজডাল লৈ খেলা কৰিছে, আনটোৱে মাকৰ বুকুৰ কাষে কাষে খেলা কৰিছে। বিদ্যুৎ স্ফুলিঙ্গৰ দৰে কালিম গাজীৰ এটা কথা মনত পৰিল। যোৱা বছৰৰ আগৰ বছৰ সি যেতিয়া খুলনাত এটা ফৌজদাৰী মোকৰ্দ্দমাৰ সাক্ষী দিবলৈ গৈছিল তেতিয়া কথাই কথাই উকিল যদু চৌধুৰীয়ে তাক কৈছিল, হাবিৰ পৰা এটা যদি বাঘৰ পোৱালি কোনোবাই আনি দিব পাৰে, তেতিয়া তেওঁ নগদ পঞ্চাশ টকা দি তৎক্ষণাত বাঘটো কিনি ল'ব। খুলনাখন সি বৰ ভালকৈ চিনি নেপায়। ষাঠি বছৰীয়া জীৱনত সি মাত্ৰ দুবাৰ খুলনালৈ গৈছিল। প্ৰথমবাৰ মাছৰ নাওঁ লৈ গৈছিল, .. ... দ্বিতীয়বাৰ সাক্ষী দিবলৈ গৈছিল। কিন্তু উকিল যদু চৌধুৰীৰ ঘৰ তাৰ ভুল নহ'ব। নদীৰ কাষত ঘৰ, ঘৰৰ কাষতে এডাল কাঠৰ গছ। সন্ধ্যাৰ ঘনায়মান এন্ধাৰত কাছাৰী ঘৰৰ বাৰাণ্ডাত বহি তেওঁ গাজীক কৈছিল, 'হেৰা, চাবাচোন হাবিৰ পৰা এটা বাঘৰ পোৱালি আনিব পাৰা নেকি, তোমাক নগদ পঞ্চাশ টকা দিম। কালিমে অবাক হৈ সুধিছিল, বাঘৰ পোৱালি লৈ কি কৰিব উকিল বাবু? পুহিব নেকি? উকিলৰ হাঁহি উঠিল, নহয় হে' আজিকালি জন্তুৰ ব্যৱসায় কৰা বহু ডাঙৰ ডাঙৰ ব্যৱসায়ী আছে, বাঘৰ পোৱালী পালে সিহঁতে দৌৰি আহিব।

পঞ্চাশ টকাৰে পয়ত্ৰিশ টকাৰ বাকী মাটিখিনি মুকলি কৰিলে হাতত পোন্ধৰ টকা থাকিব। পাঁচ টকাৰে ভঙা নাওঁখন ভাল কৰিব পৰা যাব। নৌকাৰ বাবে সি আৰু আনৰ কাষলৈ যাব নেলাগিব। বাকী টকাৰে ঘৰটো চালিব পৰা যাব।

অনিৰ্বাৰ্য্য মৃত্যু আৰু হিংসাৰ পঞ্চাশ গজৰ মাজত থিয় হৈ জীৱন আৰু শান্তিৰ সপোন দেখিবলৈ ধৰিলে কালিম গাজীয়ে।

কালিম গাজীৰ মনত পৰিল বাঘিনীয়েতো একেলগে চাৰিটাতাতকৈ কম পোৱালি জন্ম নিদিয়ে। তেতিয়া হ'লে আৰু দুটা পোৱালি ক'লৈ গ'ল? মতা, বাঘটোৱে খালে নেকি? নহয়, বাকী দুটা হয়তো ক'ৰবাত লুকাই আছে-সি হয়তো দেখা নাই? কালিম গাজীৰ তীক্ষ্ণ দৃষ্টি আপাতত বাঘিনীৰ ওপৰত থৈ ইফালে সিফালে পোৱালি চাবলৈ ধৰিলে। মাত্ৰ কেইমুহূৰ্তৰ আগতে যিটো মানুহ মৃত্যু ভয়ত নীলা পৰি গৈছিল-এতিয়া তাৰেই সৰ্বাংগত এটা আনন্দৰ শিহৰণ বৈ গ'ল। গছবোৰৰ আঁৰে আঁৰে আহি আহি এটি পোৱালি তাৰ নিচেই কাষ পাইছে। আৰু পোৱালিটো ক্ৰমাৎ আহিয়ে আছে। আহাৰৰত বাঘিনীৰ ওপৰত তীক্ষ্ণ দৃষ্টি স্থিৰ নিবদ্ধ কৰি বৰ লাহে লাহে ককালৰ গামোচাখন কালিম গাজীয়ে খুলি ল'লে ..............।

মহামূল্য সম্পদ গামোচাত বান্ধি লৈ কালিম গাজী যেতিয়া প্ৰায় নিৰাপদ দূৰত্ব আহি পালে আৰু নিজৰাৰ বুকুত বন্ধা নাওঁখন স্পষ্টকৈ দেখা পালে, তেতিয়া এটি প্ৰচণ্ড গৰ্জনত সমগ্ৰ অৰণ্য থৰথৰকৈ কঁপি উঠিল। হাবিত বাঘৰ মাত বৰ ভয়ঙ্কৰ, কিন্তু পোৱালি হেৰুৱা বাঘিনীৰ চিএৰ কি ভয়ঙ্কৰ সেয়া যিয়ে শুনা নাই তাৰ পক্ষে কল্পনা কৰা কঠিন। দ্বিতীয় গৰ্জনত কালিম গাজীয়ে বুজিলে, বাঘিনীয়ে তাৰ ভৰিৰ দাগ অনুসৰণ কৰিছে অতি তীব্ৰ বেগে।

বাদাৰ হাবিৰ পিনে আঠ দহ হাত অসংখ্য সৰু বৰ খাল বাৰিষাৰ ~ এয়ত মাছেৰে ভৰি

পৰে। তাৰে এটি খালেৰে নাওঁ বাই কালিম গাজী হাবিত সোমাইছিল। যোৱাকালি এঠাইত সি শুকান কাঠ কাটি থৈ গৈছিল-আজি সেইবোৰ নিনিলে ভাত ৰন্ধা নহব, তদুপৰি জুইৰ অভাৱত ৰাতিৰ শীত সহ্য কৰাওঁ কঠিন হ'ব। গামোচাত বাঘ পোৱালিটো বান্ধি, কাঠখিনি কোলাত লৈ প্ৰাণপণে বঠা মাৰি যেতিয়া নাওঁ বাই নদীৰ পাৰ প্ৰায় আহি পালে তেতিয়া সি মুক্তিৰ সমুদ্ৰত উপস্থিত হ'ল। শীতৰ শান্ত নদী। কুঁৱলী ফালি ৰ'দ জলমল কৰি উঠিছে। আকাশ নিৰ্মল। কালিম গাজী নিশ্চিন্ত হ'ল। তাৰ মুখেৰে ওলাল-'ৰক্ষা পৰিলো'-কিন্তু হঠাৎ তাৰ হাতৰ পৰা বঠা শিথিল হৈ পৰিল। মাজ নদীৰে পুলিচৰ লাঞ্চ গৈছে। ফৰেষ্ট ডিপাৰ্টমেন্টৰ চাব ইন্সপেক্টৰ হৈ অহা বন দাৰোগাৰ লাঞ্চ। এবাৰ যদি তাক দেখা পায় তেতিয়া বে-আইনীভাৱে ৰিজাৰ্ভ ফৰেষ্টত প্ৰবেশ কৰা অপৰাধত এতিয়াই তাক গ্ৰেপ্তাৰ কৰি সদৰ থানালৈ চালান যে দিব ই অনিবাৰ্য কথা। নাই নাই সিহঁতে তাক দেখা নাই। লাঞ্চখন লাহে লাহে অদৃশ্য হ'ল। গভীৰ স্বস্তিৰ নিঃশ্বাস ল'লে কালিম গাজীয়ে।

টোপোলা খুলি পোনে পোনে ঘৰলৈ সোমাই স্ত্ৰীক মাতিলে। মাত শুনি পত্নীয়ে লৰালৰিকৈ আহিল। স্বামীৰ চকু-মুখৰ অৱস্থা দেখি বিস্মিত হৈ সুধিলে-কি কথা, কি বাৰ্তা? টোপোলাত কি? কালিমে ফুচফুচাই ক'লে, চুপ, বাঘৰ পোৱালি। কথা শুনি তাৰ পত্নীয়ে মুখমেলি ৰ'ল। মানুহজন গ'ল কাঠ আনিবলৈ, কিন্তু লগত আনিলে বাঘৰ পোৱালি।

তাৰ পিছত যেতিয়া কালিমে উত্তেজনাত বৈ বৈ কিদৰে বাঘিনীৰ মুখৰ পৰা পোৱালি চুৰ কৰি আনিলে বুলি ক'লে, তেতিয়া তাৰ পত্নীৰ মুখ ভয়ত শেতা পৰিল। তাই ক'লে, সৰ্বনাশ, পোৱালি বিচাৰি বাঘিনী যদি নদী পাৰ হৈ ঘৰ পায়।

স্ত্ৰীৰ বুদ্ধি সম্পৰ্কে বিদ্ৰূপ কৰি কালিমে হাঁহি উৰাই দিলে কথাটো, কিন্তু সম্ভাৱনাটো হ'লে মনৰ পৰা আঁতৰি নগ'ল। ঘৰৰ মাজত থিয় হৈ দূৰৰ অৰণ্য চকুত পৰিল। বুকুখন তাৰ কঁপি উঠিল।

কিন্তু পঞ্চাশ টকাৰ কথাটো কালিমে যেতিয়া ঘৈণীয়েকৰ আগত ক'লে, তেতিয়া তাইয়ো অলপ যেন বিচলিত হ'ল। ক'লে, হাটৰ পৰা এযোৰ কাপোৰ আনি দিবা। এইখন আৰু পিন্ধিব নোৱাৰি। কালিমে হাঁহি হাঁহি ক'লে, হ'ব বাৰু।

কালিম আৰু ঘৈণীয়েকৰ সংসাৰ। যোৱা বছৰৰ আগৰ বছৰ একমাত্ৰ ল'ৰাটো জ্বৰত ঢুকাইছে। কালিমৰ মাটি নাই। সাতক্ষীৰৰ মালিক প্ৰশান্তৰ মাটিত খেতি কৰে।

কিন্তু দুটা মানুহৰে ভালকৈ খাব নকুলায়। সেয়ে কালিমে অনেকৰ দৰে চুৰ কৰিবলৈ বাদাৰ হাবিত সোমায়। মাছ, মৌ, আৰু গো-সাপৰ চামৰা গোপনে বিক্ৰী কৰি দুই পইচা পায়। কিন্তু বাঘৰ পোৱালিৰ কথা কাহানিও ভবা নাই। যদি কিবাকৈ এবাৰ খুলনালৈ নিব পাৰে, তেতিয়া নগদ পঞ্চাশ টকা পাব।

কালিমে ঘৈণীয়েকক ক'লে, 'সাৱধান, কাকো নকবি, কিবাকৈ যদি কথাটো বন-দাৰোগাৰ কাণত পৰে তেতিয়া সৰ্বনাশ হ'ব। তেতিয়া পোৱালিও যাব জেলো হব।

সৰ্বনাশ হ'ব।

দুদিন পিছতে ছ ক্ৰোশ দূৰত ডাঙৰ হাট। তেতুল তলাৰ চহৰৰ পৰা বহুকেইখন নাওঁ সেই হাটলৈ যায়। কিবাকৈ বাঘ পোৱালিটো লুকাই নিয়া সহজ নহ'ব। বৰ দুঃচিন্তাত পৰিল

কালিম গাজী। উপায় নাই। যাৰ নাওঁত উঠিব তাক কথাটো ক'বই লাগিব। নিৰুপায়।

পঞ্চাশ টকা। ঘৰৰ চাল নাই, এফুট মাটি নাই, নাওঁ নাই, গৰু নাই, তিৰোতাৰ লাজ ঢকাৰ বাবে এটুকুৰা ভাল কাপোৰ নাই ... ....। ইয়াৰ মাজত পঞ্চাশ টকা।

আহিনৰ অমাবস্যা ৰাতি। আন্ধাৰত ডুব গৈছে তেতুলী তলাৰ চৰ, নদী আৰু নদীৰ কাষৰ বননি। ঘৰৰ মাজত পঞ্চাশ টকাৰ বিপদজনক বস্তু বুকুত সাবটি আতঙ্কিত, উদ্বেগত বিনিদ্র ৰাতি যাপন কৰিছে সুন্দৰবনৰ নিঃস্ব খেতিয়ক আৰু তাৰ জীৱন সঙ্গিনী। কিবাকৈ এবাৰ খুলনা পালেই মাটি হ'ব, ঘৰৰ চাল হ'ব, নাওঁ হ'ব আৰু এটুকুৰা কাপোৰ হ'ব।

হঠাৎ অৰণ্য কঁপি মেঘৰ গৰ্জনৰ দৰে শব্দ শুনা গ'ল। হাবিত বাঘে গৰ্জিছে। প্ৰতি অমাবস্যা পূৰ্ণিমাৰ ৰাতি এই মাত শুনাত সিহঁত অভ্যস্ত। তথাপি আজি সিহঁত কঁপি উঠিল। এয়া কি পোৱালি হেৰুৱা বাঘৰ মাত? কোনে জানে?

পুৱা উঠি ৰ'দত বহি কালিমে হোকা খাইছিল। এজনে আহি খবৰ দিলে, বন দাৰোগা আহিছে তেতুল তলৰ ঘাটত। তোক মাতিছে। হোকাটো থৈ ঘৰৰ বাহিৰত ভৰি দিওঁতে কালিমে দেখিলে বন দাৰোগা স্বয়ং কেইজনমান চিপাহীৰে সৈতে উপস্থিত।

কালিমে তলমূৰকৈ নমস্কাৰ জনোৱাত সুধিলে, কালি বাদাবনৰ পৰা তই বাঘৰ পোৱালি ধৰি আনিছ?

কালিমে ক'লে, মিছা, বিশ্বাস নহলে মোৰ ঘৰ খানতালাচ কৰিব পাৰে। কালিমৰ কথা শুনি দাৰোগা অলপ পৰ মনে মনে থাকিল। পিছত চকুৰে ইংগিত দিয়াত এজনে একে কোবে কালিমৰ ঘৰত সোমাই কিছুপৰৰ পিছত এটা সৰু মেকুৰী পোৱালিৰ দৰে জন্তুৰ কাণৰ ছালত ধৰি লৈ আহিল। লগে লগে এটা বুকু ফটা আৰ্তনাদত কালিম শিয়ৰি উঠিল। কালিমৰ ঘৈণীয়েকে দাৰোগাৰ ভৰিত সাবটি ধৰিলে। 'এইবাৰ ক্ষমা কৰি দিয়ক বাবু, তেওঁ জেললৈ গ'লে মই খাবলৈ নেপাই মৰিব লাগিব।'

থানাৰ পৰা কালিম গাজী যেতিয়া উভতি আহিল, তেতিয়া সময় বেছি হোৱা নাই। বুকু-পিঠি সৰ্বাঙ্গ দেহত নিৰ্মম প্ৰহাৰৰ দাগ, দেহ উখহি গৈছে।

তৃষ্ণাৰ্ত্ত বুকু ফাটি গৈছে, থিয় হৈ থাকিব পৰা নাই। দাৰোগাই দয়া কৰি তাক চালান নিদিলে, মাত্ৰ বাঘৰ পোৱালিটো কাঢ়ি ৰাখিছে। মাৰ খাবলৈ কালিমে অলপ আপত্তি কৰিছিল, তাৰ ফলত সৰ্বাঙ্গত প্ৰহাৰ বহন কৰি উভতি আহিছে। ৰক্তাক্ত দেহ।

ঘোট ঘোটকৈ এঘটি পানী খাই সি মুখ গুজি শুই পৰিল। ৰাতি ভাত খাব নে নেখায় জানিবলৈ ঘৈণীয়েকে বাৰে বাৰে মাতিলে। ক্ৰমাৎ কালিৰ দৰে এন্ধাৰ নামি আহিল। সমগ্ৰ অৰণ্যত যোৱা কালিৰ দৰে নদীৰ সিপাৰে সেই বাঘৰ গৰ্জন। কিন্তু কালিম গাজী তেতিয়া জ্বৰত অচেতন।

আনপিনে বন-দাৰোগাৰ সুৰক্ষিত ঘৰৰ ৰান্ধনি শালৰ বাৰাণ্ডাত বহি দাৰোগাৰ ছোৱালীটিয়ে বাঘৰ পোৱালিটোক ছাগলীৰ গাখীৰ খুৱাইছে আৰু দাৰোগা মোজাম্মিলে আৰামী চকীত বহি শুই শুই ভাবিছে যে — বাঘটো জিলাৰ মেজিষ্ট্ৰেট চাহাবক উপহাৰ দিলে কেনে হ'ব বাৰু? নিশ্চয় প্ৰয়োজন হ'ব? □

□ আবুল মনচুৰ আহমেদ

# নিমখ হাৰাম



নিমখৰ সেৰ ষোল্ল টকা। ষোল্ল পইচাৰ ঠাইত ষোল্ল টকা। নিমখৰ অভাৱত দেশত হাহাকাৰ অৱস্থা। ৰাজধানীত হৈ চৈ, হুলস্থুল আৰম্ভ হৈছে। অগত্যা এম. এল এ বা আৰ পি এচ (পুনশ্চ নহয়, পাৰ্লামেন্টৰিৰ) মন্ত্ৰীসকলক ধৰা হ'ল। দেশক আৰু ৰক্ষা কৰাৰ উপায় নাই। অৰ্থাৎ জনগণৰ সপক্ষে থাকিব পৰা নগ'ল। ফলত মন্ত্ৰীসকলৰ গাদী কঁপিব ধৰিছে। কোন কেতিয়া গাদীচ্যুত হয় ঠিক নাই। কিন্তু এটা নকৰিলে উপায় নাই।

অত এব মন্ত্ৰীসকলৰ বৈঠক কেবিনেট কমত বহিল। তাতে খাকমাৰ কেৰামৰ নামৰ এজনে প্ৰধান মন্ত্ৰীক ক'লে, যদি অনুমতি দিয়ে মহাশয়, আগলৈ মই যি বক্তৃতা দিম সেয়া শুনি মানুহে নিখম খোৱাটো এৰি পেলাব।'

খাকমাৰ বক্তব্য এনে ধৰণৰ ঃ

'হাদিচ শৰীফত আছে নিমখ নোখোৱাৰ কাৰণ তিনিটা। যিবোৰে নিমখ নাখায় তেওঁলোকৰ ঘৰত চুৰি নহয়।

মন্ত্ৰীসকলে পৰস্পৰে পৰস্পৰক চাবলৈ ধৰিলে।

জনতাই বিস্ময়ৰে ক'লে 'কি কথা কৈছে?'

সচাঁ কথা, নিমখ নাখালে কাৰো ঘৰত কোনো দিনে চুৰি নহয়। এয়া সত্য নেকি?

খাকমা ঃ নিশ্চয় নিশ্চয়, এৰা সত্য।

দ্বিতীয় কথাটো হ'ল - 'যিয়ে নিমখ নাখায় তাক কোনো দিনে কুকুৰে নাকামোৰে।'

মন্ত্ৰীসকলে এজনে আনজনৰ পেটত আঙুলিৰে পিটিকি দিলে।

জনতাৰ মাজত বিস্ময় আৰু উত্তেজনাই দেখা দিলে। এজনে খাকমাৰ পিঠিত টকিয়াই ক'লে কি বলকিব ধৰিছা? তোমাৰ মূৰ গৰম হোৱা নাইতো? এনে কথা জানো সঁচা হব পাৰে?

খাকমা ঃ মোৰ কথা সত্য নহ'লে আপোনাৰ পৰা মই যি কোনো শাস্তি গ্ৰহণ কৰিবলৈ ৰাজী আছো।

এইবাৰ শুনক তৃতীয় কথা।

জনতাৰ বৃহৎ সমাবেশ লগে লগে শান্ত হ'ল।

খাকমাই মূৰ তুলি উচ্চ স্বৰে ক'লে 'যিয়ে নিমখ নাখায় তাৰ দাড়ি চুলি নপকে আৰু দাঁত নসৰে।

বিস্ময় আৰু আনন্দৰ গুঞ্জনত জনতা মুখৰ হৈ উঠিল। জনতাৰ বিষন্ন মুখ হাঁহিৰে উজলি উঠিল। তাৰ পিছত ক'লে কিন্তু এইবোৰ কথা যে সত্য তাৰ সঠিক প্ৰমাণ কি? আমাক সঠিক প্ৰমাণ লাগে।

খাকমা ঃ যিকোনো প্ৰমাণ দিবলৈ মই সাজু। অৱশ্যে সাধাৰণ প্ৰমাণ নহয় একেবাৰে বৈজ্ঞানিক প্ৰমাণ। দাঁত আৰু চুলি-দাড়িৰ ঘটনাৰ ডাক্তৰী প্ৰমাণ আৰু কুকুৰে নাকামোৰা ঘটনাৰ ভেটেনাৰী চাৰ্জনৰ প্ৰমাণ। তেওঁলোকে যদি মোৰ কথাৰ সত্যতাৰ স্বীকাৰ কৰে তেন্তে আপোনালোকে নিশ্চয় বিশ্বাস কৰিব।

জনতা ঃ নিশ্চয় কৰিম। কিন্তু বিশ্বাসী লোক হব লাগিব। ঘোচখোৰ লোকৰ ওপৰত আমাৰ বিশ্বাস নাই।

প্ৰধান মন্ত্ৰীয়ে মাইকৰ কাষলৈ আহিল। খাকমা চাহাবে তেওঁক আদৰি আনিলে। প্ৰধান মন্ত্ৰীয়ে ক'লে - 'প্ৰিয় ৰাইজ! মোৰ ভাই বন্ধুসকল। নিমখৰ অভাৱত আপাততঃ দুই চাৰিদিন আমি কষ্ট পালেও আৰু নিমখৰ মূল্য চৰকাৰে যোল্ল পইচাৰ ঠাইত যোল্ল টকা কৰিছে তাৰ কাৰণ আপোনালোকে ইতিমধ্যে বুজি পাইছে। আমাৰ ৰাষ্ট্ৰ ইছলামী ৰাষ্ট্ৰ, আমি ইয়াত আলেমসকলৰ উপদেশত 'নিয়ামে ই চলাম কয়েম' কৰিছো। ইয়াৰে লোকে যাতে লাহে ধীৰে নিমখ খোৱা পৰিত্যাগ কৰে সেই উদ্দেশ্যে আমি নিমখৰ দাম বৃদ্ধি কৰিছো। খাকমা চাহেব বিশ্ব বিখ্যাত আলেম।

তেওঁৰ মুখত আপোনালোকে হাদিচৰ হুকুম আৰু সেই হুকুম পালন কৰাৰ কথা শুনিলে।

মই প্ৰধান মন্ত্ৰীৰ সমগ্ৰ ক্ষমতা আৰু দায়িত্ব লৈ আজি এই বিপুল জনতাৰ আগত ঘোষণা কৰিছো যে আমাৰ দেশৰ সৰ্ব্বশ্ৰেষ্ঠ চিকিৎসক মেডিকেল কলেজৰ অধ্যক্ষ দেৱক চেয়াৰমেন আৰু চোৰাং চোৱা বিভাগৰ পুলিচৰ ডি. আই.জি., চি. আই ডি আৰু ভেটেনাৰী

আস্পাতালৰ চুপাৰিন্টেডেন্টক মেম্বাৰ পাতি এতিয়া কমিচন নিয়োগ কৰিলো।

ডি আই জি — এতিয়া কওঁক খাকমা চাহেব, নিমখ নাখালে কিয় চুৰি নহয়?

খাকমা ঃ নিমখ নাখালে যক্ষ্মা, কাঁহ অবিৰামভাবে হয়। এই কথা সঁচা হয় নে নহয়? ডাক্তৰ চাহাবে কওঁক।

ডাক্তৰ চাহাব অৰ্থাৎ মেডিকেল কলেজৰ অধ্যক্ষই সম্মত সূচকভাবে কান্ধ জোকাৰিলে।

খাকমা ঃ যক্ষ্মা, কাঁহ হ'লে সমগ্ৰ ৰাতি কাঁহি থাকিব লগা হয়। সেই কাঁহৰ শব্দ শুনি ঘৰত চোৰে প্ৰবেশ কৰিবলৈ ভয় কৰে। হয়নে নহয়?

ডি. আই. জি. (বিস্ময়ত) একেবাৰে সঁচা কথা। এতিয়াহে আপোনাৰ কথাৰ মূল তত্ত্ব বুজি পালো।

ভেটেনাৰী ডাক্তৰ ঃ 'নিমখ নাখালে কিয় কুকুৰে নাকামোৰে?'

খাকমা ঃ যক্ষ্মা, কাঁহৰ ৰোগত মানুহ প্ৰায় দুৰ্ব্বল হৈ যায়। লাঠীত ভৰ দি সিহঁত চলিব লগা হয়। হাতত লাঠী থাকিলে কুকুৰে ওচৰ চাপিব নোৱাৰে। এতিয়া বুজিব পাৰিছেনে?

কমিচনৰ সদস্যসকলৰ মুখ বিস্ময় আৰু আনন্দত উজ্বল হৈ পৰিল। সকলোৱে ক'লে - কথাবোৰ দেখোন এতিয়াহে সত্য বুলি ভাব হৈছে।

মেডিকেলৰ অধ্যক্ষ ঃ কিয় চুলি দাড়ি নপকে আৰু দাঁত নসৰে বুজাই কওঁক।

খাকমা ঃ যক্ষ্মা ৰোগ হ'লে মানুহে বৰ কম বয়সতে মৃত্যু বৰণ কৰে। প্ৰায় ত্ৰিশ পয়ত্ৰিশৰ অধিক নহয়। এই বয়সত সাধাৰণতে চুলি দাড়ি নপকে আৰু দাঁত নসৰে।

প্ৰচণ্ড বিস্ময়ত সভ্যসকল স্তম্ভিত হ'ল। তেওঁলোকৰ বিস্ময় ভাব আতঁৰি যোৱাত খাকমা চাহাবক ধন্যবাদ জ্ঞাপন কৰি প্ৰবল উৎসাহত কৰমৰ্দন কৰিলে।

পিছদিনা চৰকাৰী প্ৰেছ নোটত কোৱা হ'ল - 'কমিচনে সৰ্ব্বসম্মতি ক্ৰমে ঘোষণা কৰিছে যে বৈজ্ঞানিকভাবে প্ৰমাণিত হৈছে যে নিমখ খোৱাটো বন্ধ কৰক।

প্ৰিয় ৰাইজ! আপোনালোকে যদি নিমখ নাখায় তেনেহ'লে

১। ঘৰত চুৰি নহয়

২। কুকুৰে নাকামোৰে

৩। দাড়ি চুলি নপকে আৰু দাঁত নসৰে।

অত এব মৌলনা খাকমাৰ কেৰামত তুল্লা চাহাবৰ মন্তামতেই সঠিক আৰু গ্ৰহণযোগ্য। গতিকে এই জাতীয় হাৰাম নিমখৰ দাম প্ৰতি কেজিত ষোল্ল টকা ধাৰ্য কৰা হৈছে আৰু এই মূল্য সদায়ে বাহাল থাকিব। ❑

❑ চাদাৎ হোচেন মণ্টো

# লাইচেঞ্চ



অবধু কচোৱান আছিল বৰ সুন্দৰ, সু-পুৰুষ। তাৰ টাঙ্গাৰ ঘোঁৰাটোও আছিল চহৰখনৰ এক নম্বৰ ঘোঁৰা। যাকে তাকে সি কেতিয়াও আৰোহী কৰি নলৈছিল। নিয়মীয়া গ্ৰাহক আছিল তাৰ। এই নিয়মীয়া গ্ৰাহকৰ পৰা দিনে সি দহ পোন্ধৰ টকা পাইছিল। অবধুৰ কাৰণে সেয়াই আছিল যথেষ্ট। অন্যান্য কচোৱানৰ দৰে সি নিচা সক্ত নাছিল। সদায় চাফ চিকুণ কাপোৰ কানিৰ সাজ পাৰ কৰি থাকিবলৈ বৰ ভাল পাইছিল।

জুনুকাৰ জুনুক জুনুক শব্দ কৰি ৰাস্তাৰে সি যেতিয়া তাৰ টাঙ্গাখনত যায়, তেতিয়া স্বভাৱিকতেই প্ৰতিজনৰ চকু 'তাৰ টাঙ্গখনৰ ওপৰত পৰে। সকলোৰে যেন কয়' সৌৱা ফুলবাবু অবধু গৈছে। চোৱাচোন কি যে ভেমত বহি গৈছে। পাগুৰীটোলৈ চোৱাছোন-- কেনেকৈ বেকাকৈ বান্ধিছে।'

মানুহৰ চকুৰ এই ভাষা যেতিয়া অবুৱে শুনে তেতিয়া তাৰ বুকুখন এক অভিজাত

গৌৰৱত ওফন্দি উঠে আৰু তাৰ ঘোঁৰাৰ চাল চলন আৰু মোহনীয় হৈ উঠে। ঘোঁৰাৰ লাগাম অব্বুৰে এনে কায়দাত ধৰে, যেন লাগাম ধৰাৰ তাৰ কোনো প্ৰয়োজনেই নাই। দেখি ভাব হয়, ঘোঁৰাটোৱে যেন নিৰ্দ্দেশ নোহোৱাকৈ আপোন মনে দৌৰি আছে। তাক মালিকৰ হুকুমৰ যেন প্ৰয়োজনেই নহয়। কেতিয়াবা এনে ভাব হয় অব্বু আৰু তাৰ ঘোঁৰা চুন্নী যেন অভিন্ন। যেন সম্পূৰ্ণ টাঙ্গাখনেই এটি জীৱন আৰু এই জীৱন অব্বুক বাদ দি কেনেকৈ হব পাৰে?

অব্বুয়ে তাৰ টাঙ্গাত যিবোৰ আৰোহীক উঠাবলৈ ইচ্ছা নকৰে সিহঁতে যেন অববুক মনে মনে গালি পাৰে। কোনো কোনোৱে আকৌ অভিশাপ দিয়ে 'হে প্ৰভু! ইয়াৰ যেন অহংকাৰ নাশ হয়। ঘোঁৰাৰ সৈতে টাঙ্গাখন যেন নদীত পৰে।'

অবুবৰ ওঁঠৰ ওপৰৰ মিহি গোঁফৰ ৰেখাৰ মাজেৰে জিলিকি উঠিছে তাৰ আত্মবিশ্বাসৰ সেই মিঠা হাঁহিটো। তাকে দেখি কোনো কোনো কচোৱান ঈৰ্ষাত জ্বলি পুৰি মৰে। অববুক দেখি কেইজন মান কচোৱানে অ'ৰ তাৰ পৰা ধাৰ ধুপাৰ কৰি টাঙ্গা তৈয়াৰ কৰি পিতলৰ সাজেৰে সজাইছিল। কিন্তু তথাপিতো সিহঁতৰ টাঙ্গাই অব্বুৰ টাঙ্গাৰ সতে ফেৰ মাৰিব নোৱাৰিলে। সিহঁতৰ টাঙ্গা ঘোঁৰাতকৈ অববুৰ টাঙ্গা আৰু ঘোঁৰাক মানুহে অধিক পছন্দ কৰিলে।

এদিন দুপৰীয়া অববুই এজোপা গছৰ ছাঁত ঘোঁৰাটো বান্ধি থৈ টাঙ্গাৰ ওপৰত বহি ক্ষন্তেক জিৰাইছিল। এনে সময়তে এটা শব্দই তাৰ কাণত গুণ গুণনি তুলিলে। অব্বুই চকু মেলি চালে। দেখিলে এজনী যোড়শী গাভৰু টাঙ্গাৰ কাষতে ৰৈ আছে। অব্বুই মুহূৰ্ত্তৰ বাবে তাইলৈ চালে। গাভৰু গৰাকীৰ উচ্ছল যৌৱনে তাৰ হৃদয়খনত যেন শৰবিদ্ধহে কৰিলে। লাহী, সুগঠিত, দেহৰ উজ্বল শ্যাম বৰণীয়া গাভৰু এজনীৰ কাণত ৰূপৰ সৰু সৰু দুল, পোন সেওঁতা। জোঙা নাক, নাকৰ পাহিত এটা উজ্বল তিল। পিন্ধনত দীঘল কামিজ, আৰু নীলা ৰঙৰ ঘাগৰা। মূৰত ওৰণা। গাভৰু জনীয়ে মিহি মাতেৰে অব্বুক সুধিলে— এই, ষ্টেচনলৈ যাবানে? কিমান ভাৰা লাগিব বাৰু?

অব্বুৰ ওঁঠৰ মিচিকিয়া হাঁহিৰ ঠাইত পলকতে দুষ্টামিৰ হাঁহিয়ে দেখা দিলে। কলে, 'এক পইচাও নেলাগে।'

ছোৱালীজনীৰ শ্যাম বৰণীয়া মুখমণ্ডল লাজৰ আভাৰে ৰঙচুৱা হৈ পৰিল। 'কিমান লবা ষ্টেচনলৈ?'

অববুৰে তাইলৈ চাই চাই কলে, 'তোৰ পৰা মই কিনো লম ঔ! আহ, টাঙ্গাত বহহি।' ছোৱালীজনী সন্ত্ৰস্ত হৈ সুগঠিত বুকুখন যিমান পাৰে ঢাকিবলৈ চেষ্টা কৰি কলে, 'তুমি দেখোন কেনে ধৰণৰ কথা কোৱা?'

অব্বুই হাঁহি মাৰি কলে, 'আহ, উঠি আহ। তই যি দিবি তাকেই লম।'

ছোৱালীজনীয়ে অলপ চিন্তা কৰিলে। তাৰ পিছত পাওদানীত ভৰি দি টাঙ্গাত উঠি বহিল। কলে— 'সোনকালে ষ্টেচনলৈ বলা।'

অব্বুই পিছলৈ ঘূৰি চাই কলে, 'তোৰ খুব গৰম হয় নেকি?'

'হয় হয় তু ..... ছোৱালীজনীয়ে কিবা কবলৈ গৈ যেন ৰৈ গ'ল......।

টাঙ্গা দৌৰিবলৈ ধৰিলে। দৌৰিয়েই থাকিল....। ঘোঁৰাৰ খুৰাৰ তলেৰে কেইটামান

ৰাস্তা পাৰ হৈ গ'ল। ছোৱালীজনী লাজতে কুচি মুচি বহি থাকিল। অববুৰ ওঠৰ ওপৰত দুষ্ট হাঁহিৰ জিলিকনি দেখা গ'ল। বেছি পলম হোৱাৰ ভয়ত ছোৱালী জনীয়ে ভয়াৰ্ত্ত কণ্ঠৰে তাক সুধিলে 'এতিয়াও ষ্টেচন পোৱা নাই?'

অব্বুৰে বেপেৰৱা ভাবে উত্তৰ দিলে— 'পাৰি, তোৰ মোৰ ষ্টেচন দেখোন একেটাই।

'তাৰ মানে?'

অববুই পিছলৈ ঘূৰি ছোৱালীজনীলৈ চাই কলে, 'তই অলপো বুজা নাই, তোৰ মোৰ ষ্টেচন একেটাই। অব্বুৰে তোক দেখাৰ লগে লগেই তোৰ সৈতে 'একেটা' হৈ গৈছে। তোৰেই কচম, জাননে তোৰ এই গোলামে মিছা কোৱা নাই।

ছোৱালী জনীয়ে ওৰণাখন টানি ললে। তাইৰ চকুৱে তাক কৈ দিছিল অব্বুৱে কি কব খোজে সেয়া তাই বুজি পাইছে। তাইৰ মুখ দেখি অনুমান হয় অববুৰ কথাত তাই অকণো ক্ষুন্ন হোৱা নাই। কিন্তু তাইৰ দ্বিধা আছিল দুজনৰ ষ্টেচন একে হওঁক বা নহওঁক অববু কিন্তু বৰ সুঠাম আৰু ধুনীয়া। পিছে সি বিশ্বাসযোগ্য হব নে নহয় বা? ষ্টেচনলৈ গৈ আৰু কি হব? তাইৰ গাড়ী দেখোন কেতিয়াবাই গুছি গৈছে! কোনে জানে?

অব্বুৰ প্ৰশ্নত তাই চমকি উঠিল। ইমানকৈ কি ভাবিছ?

ঘোঁৰাই জুনুক জুনুক সুৰেৰে গৈ আছিল। এজাক সেমেকা বতাহ বলিছিল। ৰাস্তাৰ দুকাষৰ গছবোৰ যেন দৌৰি দৌৰি গৈ আছিল আৰু গছৰ ডালবোৰ তললৈ ওলমি পৰিছিল। জুনুকাৰ শব্দৰ বাদে সকলো নিঃশব্দ. অববুই মুখখন ঘূৰাই ছোৱালী জনীৰ শ্যামল বৰণীয়া সৌন্দৰ্য্য ৰাশি নিজৰ অন্তৰত যেন আঁকি লৈছিল। কন্তেক পিছতে খিড়িকীৰ চিকত ঘোঁৰাৰ লাগাম বান্ধি থৈ অববুই একেজাপে গৈ চিটত ছোৱালীজনীৰ কাষতে গৈ বহিল। তাই নীৰবে বহি আছিল। অববুই তাইৰ হাত দুখনত ধৰি কলে, 'দে তোৰ লাগামডাল মোৰ হাততে দে'।

ছোৱালীজনীয়ে 'এৰি দে' বুলি কৈ শেষ কৰাৰ আগতেই তাই অববুৰ বাহু বন্ধনত আবদ্ধ হ'ল। তাই অকণমানো আপত্তি নকৰিলে। নিশ্চয় সেই সময়ত তাইৰ অন্তৰখন ক'ৰবালৈ উৰিহে যাব খুজিছিল।

অববুই ধীৰে ধীৰে তাইক মৰম সনা মাতেৰে কৰলৈ ধৰিলে, 'এই টাঙ্গাখন আৰু এই ঘোঁৰাটো মোৰ জীৱনতকৈও মৰমৰ। মই একাদশ পীৰৰ কচম খাই কৈছো এই টাঙ্গা ঘোঁৰা বেচি মই তোৰ বাবে সোণৰ খাৰু গঢ়াই দিম। নিজে ফটা ছিটা কাপোৰ পিন্ধিম— কিন্তু তোক ৰাজৰাণীৰ দৰে সজাই পৰাই ৰাখিম, ৰাহদু - লা শ্বৰীফৰ কচম খাই কৈছো জীৱনত এয়ে মোৰ প্ৰথম প্ৰেম. তই যদি মোৰ নহব তেনেহলে তোৰ সমুখতেই মোৰ ডিঙি কাটি পেলাম।'

এইখিনি কথা কৈ সি ছোৱালীজনীক বাহু বন্ধনৰ পৰা মুক্ত কৰি দিলে। কলে, 'নাজানো মোৰ কি হৈ গৈছিল— ব'ল তোক ষ্টেচনত থৈ আহো।

ছোৱালীজনীয়ে কলে 'ওহো, সেইটো কেনেকৈ হব? তুমিতো মোৰ গাত হাত দিলা।'

অববুই মুৰ তল কৰি কলে, 'মোক মাফ কৰি দে, মোৰ ভুল হৈ গ'ল।

'ভুলটো বাৰু শেষলৈ মানি লব পাৰিবানে?'

ছোৱালীজনীৰ কণ্ঠত প্ৰত্যাহবান আছিল— যেন কোনোৱে অববুক কলে, এই

টাঙ্গাখনৰ পৰা আগুৱাই লৈ যোৱা নিজৰ টাঙ্গাখন'। অববুৱে মূৰ পোন কৰিলে। তাৰ চকুদুটি উজ্বল হৈ পৰিল।

অববুই তাৰ বলিষ্ঠ বুকুত হাত চপৰিয়াই ঘোষণা কৰিলে, "অববুই তোৰ বাবে নিজৰ 'জান দিব পাৰে।'

ছোৱালীজনীয়ে তাইৰ হাতখন অববুৰ পিনে আগবঢাই দি কলে, 'এই ল মোৰ হাত'
অববুৱে তাইৰ হাতখন সজোৰে চেপি ধৰি কলে,
কচম মোৰ যৌৱনৰ, অববু তোৰ গোলাম।'

পিছদিনা দুয়োৰে নিকাহ হৈ গ'ল। ছোৱালীজনী গুজৰাটৰ কোনোবা এখন জিলাৰ মুচিৰ ছোৱালী আছিল। তাইৰ নাম আছিল ইনাযৎ। নিজৰ আত্মীয় স্বজনৰ লগত তাই ইযালৈ আহিছিল। ষ্টেচনত সিহঁতে যেতিয়া তাইৰ বাবে প্ৰতীক্ষা কৰিছিল তেতিয়া অববুৰ লগত তাইৰ চিনাকি হয আৰু এই চিনাকিয়েই মুহূৰ্ত্ততে সিহঁতৰ প্ৰেমৰ প্ৰাসাদ গঢ়ি তোলে। অববুই টাঙ্গা ঘোঁৰা বিক্ৰী কৰি যদিও ইনায়াতৰ বাবে এপাতো সোণৰ খাৰু গঢাই দিয়া নাই তাৰ বাবে ইনায়তে অসন্তুষ্টি প্ৰকাশ কৰা নাই। সি অৱশ্যে তাৰ সাঁচি থোৱা টকাৰে তাইৰ বাবে এযোৰ সোণৰ দুল কিনি দিছিল। ৰেচমৰ কেইযোৰ মান কাপোৰ কিনিও দিছিল।

ৰেচমী সাজ পাৰ পিন্ধি তাই যেতিযা অববুৰ সমুখত থিয় দিযে তেতিয়া তাইৰ হিযা আনন্দত নাচি উঠে- 'কচম পবিত্ৰ পঞ্জতনৰ নামত, পৃথিৱীত মোতকৈ আনন্দত পাগল হোৱা মানুহ দ্বিতীয় কোনো এটা নাই। 'ইনায়তক সি বুকুৰ মাজত সাবটি ধৰি কয়, 'তই মোৰ দিলৰ ৰাণী।' দুয়ো যৌৱনৰ উন্মাদনাত আকণ্ঠ ডুব গৈ আছিল। হাঁহি মাতি গীত গাই দুয়ো ঘূৰি ফুৰে আৰু দুয়ো দুয়োৰে শুভ কামনা কৰে। এমাহ এনেকৈযে পাৰ হৈ গ'ল। কিন্তু এদিন হঠাতে পুলিচে অববুক গ্ৰেপ্তাৰ কৰিলে। ইনাযতক ধৰি লৈ গ'ল। অববুৰ ওপৰত অপহৰণৰ গোচৰ চলিল। ইনায়তে পিচে অলপো বিচলিত নহল। কিন্তু তথাপিও অববুৰ দুই বছৰ কাৰাদণ্ড হ'ল। আদালতে যেতিয়া এই আদেশ দিলে তেতিয়া ইনায়তে অববুক সাবটি ধৰিলে। কান্দি কান্দি তাই মাথোঁ কলে 'মই মোৰ মা-দেউতাৰ কাষলৈ নেযাওঁ। ঘৰতে বহি মই তোমাৰ বাবে বাট চাই থাকিম।

অববুই তাইৰ পিঠিত চপৰিয়াই কলে, দীৰ্ঘায়ু হ টাঙ্গা ... ঘোঁৰা মই দীনাৰ জিম্মাত থৈ গ'লো– ভাৰা আদায কৰি লবি।'

ইনাযতৰ মাক দেউতাকে তাইক বহুতো বুজালে। কিন্তু তাই কোনো পধ্যে সিহঁতৰ লগত নগল। বলে নোৱাৰি অৱশেষত সিহঁতে আশা এৰি দিলে। তাই অকলশৰেই থাকিল। সন্ধিয়া পৰত দীনাই তাইক পাঁচ টকাকৈ দি গৈছিল। তাৰ বাদেও মোৰ্কদ্দমাৰ বাবে সদায় পাঁচ টকাৰ পৰা খৰচ কৰি যিখিনি ৰাহি হয সেইখিনি তাই সাঁচি থৈছিল।

সপ্তাহত এবাৰকৈ জেলখানাত ইনায়ৎ আৰু অব্বুৰ দেখা সাক্ষাৎ হয়। পিছে এই সময়কণ সিহঁতৰ বাবে আছিল তেনেই সংক্ষিপ্ত। ইনাযাতৰ হাতত জমা থকা টকা খিনি অববুৰ আৰামৰ ব্যৱস্থা কৰোতে শেষ হৈ গ'ল। এবাৰ সাক্ষাৎৰ সময়ত অববুৱে তাইৰ খালী কাণৰ পিনে চাই সুধিলে 'ইনায়ৎ, তোৰ কাণৰ দুলযোৰ ক'ত?'

ইনায়তে হঁহি হাঁহি এবাৰ চন্তৰীলৈ চালে। মনে মনে থাকিলা কিয়?

অববুৱে সামান্য খঙেৰে কলে, 'মোৰ কথা তই ইমান ভাবিব নেলাগে— যেনেকৈ নাথাকো কিয ভালেই আছো।'

তাই একো উত্তৰ নিদিলে, সময়ো শেষ হৈ আহিছিল। সেয়ে হাঁহি হাঁহি তাই তাৰ পৰা ওলাই গ'ল। কিন্তু ঘৰলৈ আহি তাই বৰকৈ কান্দিলে। বহু সময় ধৰি কান্দিলে, কাৰণ অববুৰ শৰীৰ একেবাৰে কাহিল হৈ পৰিছিল। এইবাৰৰ সাক্ষাৎত অববুক প্ৰায় চিনিবই পৰা নগৈছিল। হৃষ্ট-পুষ্ট চেহেৰাৰ অববু শুকাই খীনাই আধা হৈ গৈছিল। তাইৰ এনেহেন লাগিছিল যেন তাৰ দুখে তাইক খুলি খুলি খাইছে। তাইৰ বিচ্ছেদেই তাক তেনে ৰুগীয়া কৰি পেলাইছে। কিন্তু অববুক যে প্ৰকৃততে ক্ষযৰোগে ধৰিছিল সেই কথা তাই জনা নাছিল। এই অসুখ সি উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছিল। অববুৰ দেউতাক অববুতকৈ বলিষ্ঠ আছিল। কিন্তু ক্ষয়ৰোগে তেওঁক অলপ দিনৰ ভিতৰতে কবৰত স্থান দিছিল। অববুৰ ডাঙৰ ককায়েকো ধুনীয়া চেহেৰাৰ ডেকা আছিল। কিন্তু পৰিপূৰ্ণ যৌৱনত এই অসুখে তাকো শেষ কৰি দিয়ে। অববু এই বিষয়ত সম্পূৰ্ণ অনভিজ্ঞ আছিল। সি যেতিয়া শেষ নিশ্বাস পেলাইছিল তেতিয়া সি দুখতে কৈছিল— বাহদু লা শ্বৰীফৰ কচম খাই কৈছো— 'যদি জানিলোহেঁতেন যে ইমান সোনকালে মৰিব লাগিব তেতিয়া তোক কেতিযাও বিবি নকৰিলোহেতেন।.. ... মই তোক বহুতো কষ্ট [illegible] মোক মাফ কৰি দে আৰু মোৰ এটা নিচান আছে. মোৰ টাঙ্গা ঘোঁৰা.... অলপ চকু দিবি.. .. আৰু চুন্নী ঘোঁৰাৰ মূৰত হাত বুলাই কবি অববুই তোক মৰম দি পঠাইছে.... ...।'

অববুৰ মৃত্যু হৈছিল। ইনায়তৰ সকলো অন্ত পৰিছিল । কিন্তু তাই আছিল সাহসী। এই দুখ তাই সহ্য কৰিব পাৰিছিল। ঘৰত তাই অকলেই সোমাই থাকে। সন্ধিয়া পৰত দীনা আহে আৰু তাইক ভৰসা দি কয় কোনো চিন্তা নকৰিবা বৌ, খোদাৰ ইচ্ছাৰ ওপৰত কাৰো হাত নাই। অববু মোৰ ভাই আছিল। মোৰ পক্ষে যিমান কৰা সম্ভব খোদাৰ হুকুমত মই তাকেই কৰিম।"

প্ৰথমে ইনায়তে একোৱে বুজিব পৰা নাছিল। কিন্তু যেতিয়া শোকৰ কাল শেষ হ'ল তেতিয়া দীনাই খুলাখুলিকৈ তাইক বিয়াৰ প্ৰস্তাব দিলে। দীনাৰ কথা শুনি ইনায়তৰ এনে ভাব হ'ল তাক যেন গতিয়াই ঘৰৰ পৰা বাহিৰ কৰি দিব। দীনাক খঙতে কলে, 'ভাই মই বিয়াত নবহো'।

সেইদিনাৰ পৰা দীনাৰ ব্যৱহাৰো বেয়া হ'ল। আগতে সি প্ৰতি সন্ধিয়াত পাঁচ টকা আদায় দিছিল। এতিয়া কোনোবা দিন চাৰি টকা, কোনোবা দিন তিনি টকাকৈ দিবলৈ ধৰিলে। কৈফিয়ৎ দিবলৈ ধৰিলে, 'বৰ বেয়া, যাত্ৰী নাই। আকৌ কেতিয়াবা দুই তিনিদিন খবৰ বাতৰি নিদিযাকৈ থাকে। কেতিযাবা কয 'অসুখ হৈছে, কেতিয়াবা কৈফিয়ৎ দিয়ে গাড়ী বেয়া হৈছে। সেইবাবে ঘোঁৰা জুৰিব পৰা নাই। তাই যেতিয়া ঘটনাৰ মোৰ বুজি পালে তেতিয়া এদিন দীনাক কলে, 'ভাই দীনা তুমি আৰু হাযৰাণ হব নেলাগে। টাঙ্গা ঘোঁৰা মোক উভটাই দিয়া।'

বহুতো মিছা অজুহাত দেখুওবাৰ পিছত সেমেনা সেমেনি কৰি এদিন সি টাঙ্গা ঘোঁৰা ইনাযতক ঘূৰাই দিলে। যোৱাৰ সময়ত দীনাই মাঝেক দি গ'ল। মাঝে অববুৰ বন্ধু আছিল। সিও

কিছুদিন পিছত ইনায়তক বিয়াৰ প্ৰস্তাব দিলে। তাই এইবাৰো প্ৰত্যাখান কৰিলে। তাৰো দৃষ্টিভঙ্গী সলনি হ'ল। সহানুভূতি, সমবেদনা সকলো আঁতৰি গ'ল। শেষত তাৰ পৰাও টাঙ্গা ঘোঁৰা ইনায়তে ওভতাই ললে আৰু অন্য এজন অচিনাকি কচোৱানক দিলে।

এদিন সন্ধিয়া সি যেতিয়া পইচা দিবলৈ আহিল, তেতিয়া সি মদৰ ৰাগীত মাতাল হৈ আছিল। দুৱাৰ দলিত ভৰি দিয়েই সি তাইৰ গাত হাত দিবলৈ চেষ্টা কৰিলে। ইনায়তে তাক ভালকৈ এপিটন দি কাষৰ পৰা খেদি দিলে।

প্ৰায় আঠ দহ দিন টাঙ্গা ঘোঁৰা এনেয়ে আস্তাবলত পৰি থাকিল। ঘাঁহ দানাৰ খৰচৰ বাদেও আস্তাবলৰ ভাৰা আছিল। তাই এক অদ্ভুত চিন্তাত দিন কটালে। কোনোৱে বিয়াৰ প্ৰস্তাৱ দিযে, কোনোৱে তাইৰ অসম্মতি সত্বেও গাত হাত দিবলৈ যত্ন কৰে। কোনোবাই আকৌ পইচাই মাৰি থয়। বাহিৰ ওলালেই মানুহে তাইক কু-দৃষ্টিৰে চায়। এদিন ৰাতি তাইৰ এজন প্ৰতিবেশীয়ে দেৱাল বগাই পাৰ হৈ তাইৰ ঘৰত সোমাল আৰু তাইৰ গাত হাত দিলে। ভাবি ভাবি ইনায়ৎ পাগলী হোৱাৰ উপক্ৰম হ'ল। এতিয়া তাই কি কৰে?

এদিন বহি ভাবি থাকোতেই তাইৰ মগজুত এটা বুদ্ধি খেলিলে। মই দেখোন নিজেই টাঙ্গা জুৰিব পাৰো, নিজেই চলাবও পাৰো। যেতিয়া মই অববুৰ লগত ফুৰিবলৈ গৈছিলো তেতিয়া মই দেখোন নিজেই টাঙ্গা চলাইছিলো। বাট পথো তাই চিনি পায়। মনতে এবাৰ ভাবিলে মানুহে আকৌ কি কয়? তাইৰ মন আৰু চেতনাই তাইক পুনৰ উত্তৰ দিলে এইটোনো কি কথা?? তিৰোতাই মেহনেত কৰে, উপাৰ্জন কৰে, কয়লাৰ খনিত কাম কৰে, অফিচ দপ্তৰত কাম কৰে, ঘৰতে বহি কাম কৰা তিৰোতা হেজাৰ বিজাৰ আছে। অন্তত কাম কৰিয়ে পেট চলাব লাগিব।

কিছুদিন ইনায়ত চিন্তা ভাবনা কৰিলে। শেষত তাই ঠিক কৰিলে যে টাঙ্গা তাই নিজেই চলাব। খোদাৰ নাম লৈ তাই আস্তাবলত উপস্থিত হ'ল। তাই ঠাঙ্গা জুটি লোৱা দেখি সমগ্ৰ কচোৱানবোৰ স্তম্ভিত হ'ল। বহুতে এনে এক অদ্ভুত দৃশ্য দেখি বৰকৈ হাঁহিলে। যিসকল বয়সস্থ আছিল সিহঁতে তাইক এই কামত হাত দিব নেলাগে বুলি বুজালে। এয়া ভাল নহব। কিন্তু ইনায়তে সিহঁতৰ কথাত কাণ নিদিলে। টাঙ্গা ঠিক কৰি ল'লে। পিতলৰ সাজযোৰ পৰিস্কাৰ কৰি ঘোৰাঁক বৰ আদৰ কৰিলে। অববুৰ লগত মনে মনে ভাল পোৱাৰ কথা কৈ কৈ আস্তাবলৰ পৰা বাহিৰ ওলাল। ইনাযতৰ টাঙ্গা চলোৱাৰ কৌশল দেখি কচোৱানবোৰে বৰ আৰ্শ্চয্য প্ৰকাশ কৰিলে।

চহৰত হৈ চৈ লাগিল। এজনী সুন্দৰী তিৰোতাই টাঙ্গা চলাইছে। সমগ্ৰ চহৰতে এই কথাৰ আলোচনা চলিল। মানুহে এই আলোচনা শুনিছিল আৰু প্ৰতীক্ষা কৰিছিল কেতিয়া এই ৰাস্তাৰে সেই টাঙ্গাখন চলিব।

প্ৰথম অবস্থাত পুৰুষ যাত্ৰীসকলে টাঙ্গাত উঠিবলৈ দ্বিধাবোধ কৰিছিল। কিন্তু কেইদিনমানৰ পিছতেই সেই দ্বিধা আতঁৰি গ'ল। এতিয়া আগতকৈ ভাল উপাৰ্জন হবলৈ ধৰিলে। এক মিনিটৰ বাবেও ইনায়তৰ টাঙ্গা খালী নেথাকিল। এজন যাত্ৰীৰ নমা নৌ হওঁতেই অন্য এজন যাত্ৰী উঠে। কোনে প্ৰথমে তাইক মাত দিছে এই কথাৰ ওপৰত কাজিয়া পৰ্যন্তও আৰম্ভ হ'ল।

কামৰ চাপ যেতিয়া বৃদ্ধি হ'ল তেতিয়া ইনায়তে টাঙ্গা চলোৱাৰ সময় নিৰূপণ কৰিলে। ৰাতিপুৱা সাতটাৰ পৰা দুপৰীয়া বাৰ বজালৈ আৰু দুই বজাৰ পৰা সন্ধিয়া ছয় বজালৈ। এই সময়খিনিয়ে তাইৰ বাবে উপযুক্ত বুলি ভাব হ'ল। চুন্নীও বৰ সুখী হৈছিল। অধিকাংশ লোকেই তাইৰ বাবে টাঙ্গাত উঠে বিনা উদ্দেশ্যে— তাইৰ সঙ্গ সুখ বিচাৰি। নিজৰ মাজতে কুৎসিত ঠাট্টা মস্কৰা কৰে। মাত্র কথা শুনোৱাৰ উদ্দেশ্যে। সেয়ে তাইৰ ভাব হ'ল নিজকে যেন মানুহে তাইৰ কাষত অৰ্পণ কৰিব বিচাৰিছে। তাই এই কথাও জানে যে চহৰৰ সমগ্ৰ কচোৱানবোৰেও তাইক ভাল চকুৰে চোৱা নাই। এইবোৰ জনা সত্ত্বেও তাই অকণমানো হতাশ নহ'ল। নিজৰ আত্মবিশ্বাসৰ ওপৰত সম্পূৰ্ণ সন্তুষ্ট আছিল।

এদিন মিউনিচিপাল কমিটীয়ে ইনায়তক মাতি পঠালে আৰু তাইৰ লাইচেন্স কাঢ়ি নিলে। কাৰণ দৰ্শাই ক'লে কোনো তিৰোতাই টাঙ্গা চলাব নোৱাৰে। ইনায়তে প্ৰশ্ন কৰিলে 'তিৰোতাই কিয় টাঙ্গা চলাব নোৱাৰে?'

কমিটীয়ে উত্তৰ দিলে, 'আইন আইনেই। আইনে কয়- চলাব নোৱাৰে, তোমাৰ লাইচেন্স বাজেয়াপ্ত কৰা হ'ল।'

ইনায়তে ক'লে,"মহাশয়! আপুনি টাঙ্গা ঘোঁৰাও বাজেয়াপ্ত কৰি লওঁক। কিন্তু মোক এইটো অন্তত কওঁক তিৰোতাই কিয় টাঙ্গা জুতিব নোৱাৰে? তিৰোতাই যতৰ চলাই পেট চলাব পাৰে, টুকুৰী লৈ উপাৰ্জন কৰি পাৰে, লাইনৰ ওপৰত কয়লা বুটলিয়াই নিজৰ পেটৰ বাবে খাদ্য সংগ্ৰহ কৰিব পাৰে তেন্তে মই কিয় টাঙ্গা চলাব নোৱাৰো? মই আৰু আন কোনো কাম নাজানো। টাঙ্গা ঘোঁৰা মোৰ স্বামীৰ। কিয় মই সেয়া চলাব নোৱাৰো? হুজুৰ! আপুনি দয়া কৰক। মেহনত, মজুৰি আপুনি কিয় বন্ধ কৰিব ধৰিছে? মই কি কৰিম? মোক কৈ দিয়ক।

অফিচাৰে ক'লে, 'যা বজাৰত বহগৈ, তাতে ভাল উপাৰ্জন হ'ব।'

অফিচাৰৰ কথা শুনি ইনায়তৰ মনৰ ভিতৰত যি আত্মবিশ্বাস আছিল সেয়া পুৰি ছাই গৈ গ'ল। বৰ ধীৰে ধীৰে 'ভাল বাৰু' বুলি কৈ তাই ওলাই আহিল। পানীৰ দামত টাঙ্গা ঘোঁৰা বিক্ৰী কৰি অব্দুৰ কবৰলৈ পোনে পোনে গ'ল। কিছুপৰ নীৰৱে তাতে থিয় হৈ থাকিল। তাইৰ চকুৰ লোতক একেবাৰে শুকাই গ'ল যিদৰে বৰষাৰ পিছত প্ৰচণ্ড বদৰ তাপে খেতিৰ কোমলতাক শুকাই পেলায়। তহিৰ বন্ধ ওঁঠ মেল খালে। কবৰক সম্বোধন কৰি ক'লে 'মোৰ অব্দু,' তোমাৰ ইনায়তৰ আজি কমিটীৰ দপ্তৰত মৃত্যু হৈছে।'

মাত্র এই কথাষাৰ কৈ তাই ওলাই আহিল। পিছদিনা তাই দৰ্খাস্ত দাখিল কৰিলে। নিজৰ দেহ বিক্ৰী কৰাৰ লাইচেঞ্চ তাই পাই গ'ল। ❑

❑ লু চুন



# এটা সামান্য ঘটনা

গাওঁৰ পৰা নগৰলৈ অহাৰ পিছত এদিন দুদিনকৈ ক্ৰমাৎ ছয়টা বছৰ অতিক্ৰমি গ'ল। ইযাৰ ভিতৰতে মই বহুতো চৰকাৰী কাৰ্য্যকলাপ দেখিছো আৰু তাৰ বিষয়ে বহুতো কথা শুনিছো। এইবোৰ সামান্য ঘটনা নাছিল, তথাপিও ইযাৰ কোনোটোৱে মোৰ মনত ৰেখাপাত কৰিব পৰা নাছিল। যদি কোনোৱে মোক প্ৰশ্ন কৰে যে এইবোৰে মোক প্ৰভাবিত কৰিব পাৰিছে নে নাই তেতিয়া মই মাথো ইযাকে কম যে এইবোৰে মোৰ মগজু আৰু বেছিকৈ গৰমহে কৰিছে। সকলো দেখি-শুনি মানুহৰ বিষয়ে মোৰ ধাৰণা ক্ৰমশঃ বেযাৰ ফালেহে ঢাল খাইছিল। এই খিনি সময়ৰ ভিতৰতে এটি ঘটনাই অৱশ্যে মোৰ মনত যথেষ্ট তাৎপৰ্য পূৰ্ণ বুলিহে ধাৰণা হৈছিল।

১৯১৭চনৰ শীতকাল। উত্তৰ মুখে প্ৰবল বেগেৰে বতাহ বলিছে যদিও কৰ্তব্যৰ আহ্বানত বৰ সোনকালে উঠি মই ওলাই যাবলগীয়া হৈছিল। ৰাস্তাত এজনো মানুহ নাছিল। সি-যি কি নহওঁক বহুতো সময় বৈ বৈ শেষত এখন ৰিক্সা ভাড়া কৰি ললো। সি মোক এছ গেট পৰ্যন্ত নিবলৈ সন্মত হ'ল। ইতিমধ্যে বতাহৰ কোবত ৰাস্তাৰ ধূলি বালিবোৰ উৰি গৈছে। পৰিষ্কাৰ প্ৰশস্ত ৰাজআলি পোৱাত ৰিক্সাৱালাই আৰু জোৰে চলাবলৈ ধৰিলে। আমি প্ৰায এছ গেট পৰ্যন্ত পাওঁ পাওঁ- হওঁতেই এজনৰ গাত খুন্দা লাগিল। তেওঁ নিজৰ ভাৰসাম্য ৰাখিব নোৱাৰি পৰি গ'ল।

ৰাস্তাত এজনী ফটা-ছিটা কাপোৰ পিন্ধা বৃদ্ধা দেখা গ'ল। মূৰৰ চুলি শুধ বগা। হঠাতে তেওঁ কাষৰ গলিটোৰ পৰা ওলাই আহাত ৰিক্সাৰ আগত পৰিছিল। ছিঙা টাপলি মৰা জেকেটটোৰ বুটাম খোলা আছিল, আৰু বতাহত উৰিছিল, ফলত জেকেটটো ৰিক্সাৰ হেণ্ডেলত লাগি ধৰিছিল। নহলে বেযাকৈ পৰি গৈ এটা গুৰুতৰ দুৰ্ঘটনাই ঘটিলহেঁতেন।

সেইজনী বৃদ্ধা ৰাস্তাৰ ওপৰতে বেকা হৈ পৰি আছে। ৰিক্সাৱালাজন ৰৈ গ'ল। বৃদ্ধা আহত হোৱা বুলি মোৰ ধাৰণা নহল। সেযে অযাচিতভাবে ৰিক্সাৱালাজন ৰৈ যোৱাত মোৰ ভাব

হ'ল যে সি এটা বিপদত জড়িত হৈ পৰিব পাৰে আৰু মোৰো পলম হৈ যাব পাৰে। "একো হোৱা নাই - তুমি এতিয়া বলা ', ৰিক্সাচালক জনক কলো। মানুহজনে মোৰ কথাত কোনো গুৰুত্বই নিদিলে। সম্ভৱ সি মোৰ কথা নুশুনিবও পাৰে। ৰিক্সাৰ হেণ্ডেল ডাল পোনাই সন্তৰ্পণে বৃদ্ধাৰ হাতত ধৰি টানি থিয় হোৱাত সহায় কৰিলে।

'আঘাত পাইছা নেকি ?" ৰিক্সাৱালাই সুধিলে। 'পৰিবৰ সময়ত অলপ পাইছো'।

'মই স্পষ্টকৈ দেখিছো, আপুনি বৰ লাহে লাহে লুটি বাগৰ খালে। তেনে ক্ষেত্ৰত আঘাত পালে কেনেকৈ? মই মনৰ ভিতৰতেই কলো। এনেকৈ ভাও ধৰাটো সঁচাকৈ বৰ বিৰক্তি জনক কথা। ৰিক্সাৱালা জনে উপযাচি বিপদ চপাই ললে। এই বিপদৰ পৰা উদ্ধাৰৰ উপায় সি নিজই উলিয়াব লাগিব।

বৃদ্ধাৰ কথা শুনি ৰিক্সাৱালাজনে অকণো সংকোচ বোধ নকৰিলে। বৃদ্ধাৰ হাতত ধৰি লাহে লাহে বৃদ্ধাক আগবাঢ়ি যোৱাত সহায় কৰিলে। এইবাৰ সন্মুখৰ পিনে লক্ষ্য কৰাত আৰক্ষী চকীটো চকুত পৰিল। জোৰেৰে বতাহ বলি থকাত বাহিৰত কোনো জনপ্ৰাণী নাই। ৰিক্সাৱালাজন সেই আৰক্ষী চকীলৈ যাব ধৰিলে।

হঠাৎ মোৰ মনত এক আচৰিত অনুভূতি হ'ল। ৰিক্সাৱালাৰ মলিন ক্ষুদ্ৰ ধূলি লাগি থকা শৰীৰটো যেন সেই মুহূৰ্ত্ততে আয়তনত যথেষ্ঠ ডাঙৰ হৈ গৈছে। সঁচাকৈ সেয়াই হৈছে। অৰ্থাৎ সি যিমানে দূৰলৈ গৈ আছে সিমানে সি ডাঙৰ হৈ দেখা দিছে। শেহত মই মুৰ দাঙি তাৰ পিনে চাব লগা হ'ল। লগে লগে মই অনুভৱ কৰিলো — সি যেন মোৰ ওপৰত এক চাপৰ সৃষ্টি কৰিছে। পচমী লাইনিং দিয়া গাউনৰ তলত লুকুৱাই ৰখা মোৰ ক্ষুদ্ৰ সত্বাটোক পৰাজিত কৰিব বুলি যেন ভয় দেখুৱাইছে।

ক্ৰমাৎ মোৰ অৱস্থা পক্ষাঘাত জৰাগ্ৰস্তৰ দৰে হ'ল। ৰিক্সাৰ ওপৰত স্থিৰ হৈ বহি আছো। একো কথাই ভাবিব পৰা নাই। এজন পুলিচ মোৰ ওচৰ চাপি নহা পৰ্যন্ত মই তেনেকৈ বহি আছিলো। পুলিচজনে মোৰ ওচৰলৈ আহি কলে, 'বেলেগ ৰিক্সা এখন লওঁক। সি আৰু এতিয়া নেযায়।' কি ভাবি নাজানো, জেপৰ পৰা কিছু তামৰ পইচা বাহিৰ কৰি পুলিচজনৰ হাতত দি কলো, অনুগ্ৰহ কৰি এইখিনি তাক দিব।

বতাহ কমিছে, ৰাস্তাটো এতিয়াও শান্ত হৈ আছে। ভাবি ভাবিয়েই আগবাঢ়িছো যদিও নিজৰ কথা চিন্তা কৰাৰ সাহস নোহোৱা হৈ গৈছে।

আগতে ঘটা ঘটনাবোৰৰ কথা যেনিবা বাদেই দিলো— কিন্তু এই যে এইমাত্ৰ কিছু পইচা দি আহিলোঁ, তাৰ অৰ্থই বা কি? এইটো জানো পুৰস্কাৰ? ৰিক্সাৱালাৰ বিচাৰ কৰিবলৈ মইনো কোন? মই মোৰ প্ৰশ্নৰ উত্তৰ বিচাৰি নেপালো।

এতিয়াও মোৰ মনত সেই ঘটনাটোৱে উকি মাৰে। ঘটনাটোৱে মোক ব্যথিত কৰে। তেতিয়া নিজৰ বিষয়ে ভাবিবলৈ চেষ্টা কৰিব লগা হয়। সৰুতে পঢ়া ক্লাচিক কিতাপৰ দৰে এই কেইবছৰৰ ৰাজনৈতিক ঘটনা আৰু যুদ্ধৰ কথা মোৰ মনৰ পৰা সম্পূৰ্ণ মচ খাই গ'ল। এই ঘটনাটো অৱশ্যে বাৰে বাৰে মনলৈ আহে। বহু সময় প্ৰকৃততে যি ঘটিছিল পুংখানুপুংখভাৱে মই সকলোবোৰ দেখা পাওঁ। ঘটনাটোৱে আজিও মোক লজ্জিত কৰি তোলে। নিজকে শুধৰাবলৈ উৎসাহিত কৰে আৰু মনত নতুন সাহস আৰু আশাৰ সঞ্চাৰ কৰে। ❑

❑ চিয়াংফেই

# জাইলোফনৰ ঝঙ্কাৰ



নালি গাওঁত মাৰ্কিনী বোমা বৰ্ষণৰ পিছতেই সমগ্ৰ গাওঁবাসীয়ে আত্মৰক্ষাৰ বাবে অটব্য অৰণ্যৰ মাজত আশ্ৰয় লৈছিল। মাত্ৰ ফুটোপান আৰু তেওঁৰ ভতিজাকে গাওঁ এৰি নগল। আত্মীয় স্বজনে বাৰে বাৰে তেওঁলোকে আশ্ৰয় লোৱা অৰণ্যৰ মাজলৈ যাবৰ বাবে তেওঁক বুজনি দিছিল, সকলো প্ৰকাৰৰ সাহায্য প্ৰদানৰ বাবে প্ৰতিশ্ৰুতি দিছিল। কিন্তু তথাপিও বৃদ্ধ মান্তি নহল। বৰঞ্চ তেওঁ সকলোকে ক'লে, 'মই বুঢ়া হৈছো', তদুপৰি চকুৰে ভালদৰে নেদেখো। এই গাওঁখনৰ মাজেৰে নদী বৈ গৈছে আৰু মোৰ শাক-পাচলিৰ বাগিচাখনো ইয়াতেই আছে। ভতিজা ল'ৰা আংশও মাছ আৰু কেকোৰা ধৰিব পৰা হৈছে, বাগিচাৰ শাক-পাচলিও বুটলিব পৰা হৈছে। আমি গাওঁতেই কোনো মতে চলি যাম। মোৰ এক মাত্ৰ পুত্ৰ মুক্তি বাহিনীত যোগ দি এতিয়াও ৰণাঙ্গনতেই আছে। মই আমাৰ দেশৰ মানুহৰ ঘৰত বোজা হৈ তেওঁলোকৰ কাম কাজত ক্ষতি কৰিব নিবিচাৰো। বৰঞ্চ মইও কিবা এটা দেশৰ বাবে কৰা উচিত, সেইটো যিমান সুক্ষ্মই নহওঁক কিয়! যেতিয়ালৈ তেনে কাম আমাৰ দেশৰ তথা প্ৰতিৰোধ যুদ্ধৰ কৰ্মত লাগিব তেতিয়ালৈকে আমি সেইটো কৰা উচিত।'

এদিন সন্ধিয়া গৰিলা বাহিনীৰ নেতাজনে নিজেই তেওঁক দেখা কৰিবলৈ আহিল। তেওঁ ক'লে, 'ফু খুৰা, যদিও আমাৰ গাওঁখন মুক্ত অঞ্চলতেই, তথাপিও শত্ৰুৱে অধিকাৰ কৰা অঞ্চলৰ একেবাৰে ওচৰতে ইয়াৰ অৱস্থান। ফলত যিকোনো সময়তে মানুহ সংগ্ৰহ কৰাৰ বাবে শত্ৰুই গাওঁত প্ৰবেশ কৰিব পাৰে। গাওঁবাসী আৰু গৰিলা বাহিনীৰ পৰা ইমান দূৰৈত তুমি নীৰলে থাকিবা ইয়াকে ভাবি আমাৰ বৰ দুঃচিন্তা হৈছে।'

গৰিলা বাহিনীৰ নেতাজনৰ কথাবোৰ সম্পূৰ্ণ সত্য বুলিয়েই তেওঁ জানে। কাৰণ, মুখ্য ৰাস্তাটোৰ নিচেই কাষতেই নালি গাওঁখন আৰু শত্ৰুৱে বৰ সহজেই ইয়াত আক্ৰমণ কৰিব পাৰে। 'এৰা! এইদৰে শত্ৰুৰ একেবাৰে হাতৰ কাষতে থকাটো জানো ভাল হ'ব? এই দুখ কষ্ট

আৰু অপমানৰ কথা মই আৰু সাহস কৰি মনলৈ আনিব নোৱাৰো।' শত্ৰুবোৰৰ অত্যাচাৰৰ কথা ভাবিয়েই ফুটোপান শিয়ৰি উঠিল। নিজৰ অজ্ঞাত সাৰেই তেওঁ এবাৰ তেওঁৰ দুই ভ্ৰূৰ মাজৰ কটা দাগটোৰ ওপৰত আঙুলি বোলালে। তাঁবেদাৰ বাহিনীৰ এজন দালাল-আমোলা এই ক্ষত চিহ্নটোৰ বাবে দায়ী। জীৱনত এই ক্ষত চিহ্নটোৰ কথা তেওঁ কেতিয়াও পাহৰিব নোৱাৰে। সেই ঘটনাৰ কথা মনত পৰিলেই ফুটোপানৰ বুকু জ্বলি উঠে।

উভতি অহাৰ সময়ত গৰিলা বাহিনীৰ নেতাজনে ক'লে, 'অপ্ৰত্যাশিত ভাবে যদি কিবা ঘটি যায় তেতিয়া হ'লে আমাৰ সকলোৰে প্ৰিয় 'ড্ৰেগনৰ নাওঁ চলে' গানটো তোমাৰ জাইলোফনত বজাবা। তেতিয়াই আমি দৌৰা দৌৰিকৈ আগুৱাই আহিম। নেপাহৰিবা কিন্তু?

সেইদিনা গভীৰ ৰাতি নাগি গাওঁলৈ নামি আহিছে অস্বাভাবিক এক নীৰৱ শান্ত পৰিবেশ। দূৰৈৰ হাবিৰ পৰা মাজে মাজে বন-ডক পক্ষীৰ ডাক ভাঁহি আহিছে। পাহাৰীয়া গাওঁখনি ৰাতিৰ সীমাহীন অন্ধকাৰত ডুব গৈ আছে। নীৰৱে নীৰবে বহি ফুটোপানে মাজে মাজে শিৰ ওলোৱা হাতেৰে জাইলোফনৰ গাত হাত বুলাইছিল। তেওঁৰ মনৰ মাজত বাহ্ৰ খাই থকা সেই পুৰণি ঘটনাটোৱে উকি মাৰি মনত স্মৃতিৰ কৰ্পনি তুলিলে।

তেৰ বছৰৰ আগতে কাউন্টিৰ মেজিষ্ট্ৰেটৰ অফিচত কাম পোৱাত ফুটোপানে ঘৈণীয়েক আৰু একমাত্ৰ পুত্ৰক ঘৰত থৈ কাম কৰিবৰ বাবে চহৰলৈ আহিছিল। কিন্তু যেতিয়া তেওঁৰ কামৰ মিয়াদ শেষ হৈ আহিল তেতিয়া তেওঁক কোৱা হ'ল, যিহেতু তেওঁ ভালদৰে জাইলোফন বজাব জানে, সেয়ে বাজনা বজাই শুনাবৰ বাবে আৰু কিছুদিন থাকি যাব লাগিব। যেতিয়াই তাঁবেদাৰ চৰকাৰৰ আমোলাসকলে স্ফূৰ্ত্তি কৰিবলৈ তালৈ আহে তেতিয়াই ফুটোপানে জাইলোফনত নানা প্ৰকাৰৰ বাজনা বজাব লগীয়া হয় - ঐতিহ্যময় লোক গীতৰ পৰা আৰম্ভ কৰি উত্তেজনাময় নাচৰ বাজনা পৰ্যন্ত।

হঠাৎ এদিন তেওঁলোকৰ গাওঁৰ কোনোবা এজনৰ মুখেৰে তেওঁ খবৰ পালে যে তেওঁৰ পৰিবাৰৰ মাৰাত্মক অসুখ। ফুটোপানে অত্যন্ত ব্যস্ততাৰে তেতিয়াই কাউন্টি মেজিষ্ট্ৰেটৰ কাষলৈ গৈ ক'লে, 'ধৰ্মবিতাৰ, ঘৰত মোৰ পৰিবাৰ অত্যন্ত অসুস্থ। তেওঁ মৃতপ্ৰায়। দয়া কৰি মোক মাহটোৰ প্ৰাপ্য কিছু টকা দি মোক ঘৰলৈ যোৱাৰ অনুমতি প্ৰদান কৰক - যাতে মই তেওঁৰ বাবে কিছু দৰৱ কিনি লৈ যাব পাৰো। মই অতি সোনকালেই ঘূৰি আহিম।'

কাউন্টি মেজিষ্ট্ৰেটে উদ্বেগৰ ভাও দেখুৱাই ক'লে, 'উস, কি দুৰ্ভাগ্য! তুমি নিশ্চয় যাবা। তোমাৰ পত্নীক চোৱা চিতা কৰাৰ বাবে তোমাক কিছু টকাও দিয়া হব। তোমাৰ পৰিবাৰৰ বাবে সচাঁই বৰ চিন্তাত পৰিছো।'

'মই আপোনাৰ কাষত চিৰ কৃতজ্ঞ হৈ থাকিম। আপুনি মহানুভৱ!' ফুটোপান অত্যন্ত আনন্দিত হ'ল। বস্তু-বাহানি যা-যোগাৰ কৰাৰ উদ্দেশ্যে বাহিৰলৈ ওলাই যাব বুলি ভাৱোতেই হাত তুলি কাউন্টি মেজিষ্ট্ৰেটে তেওঁক বাধা দি ক'লে, 'কিন্তু আজি ৰাতি ইয়াত এটা ভোজৰ আয়োজন কৰা হৈছে। সাভানাকোটৰ পৰা প্ৰথম বাৰৰ বাবে মোৰ ঘৰলৈ কেইজনমান মাৰ্কিন অফিচাৰ আহিব। আজিতো তুমি যাব নোৱাৰিবা।'

কথাখিনি কৈ ফুটোপানৰ পিনে নোচোৱাকৈ তেওঁ বাহিৰলৈ ওলাই গ'ল। কিছু আগলৈকে

ফুটোপানৰ মনৰ মাজত যি আশাৰ ঢৌ খেলিছিল, সি পানীৰ বুৰবুৰণিৰ দৰে নাইকিয়া হৈ গ'ল। সমগ্ৰ শৰীৰ কঁপিবলৈ ধৰিলে। দুচকুৰে টোপ টোপকৈ চকুলো বাগৰি আহিল।

সন্ধিয়া পৰত চকু চাট মাৰি ধৰা মনোহৰ উজ্বল পোহৰৰ তলত বগা কাপোৰেৰে ঢকা মেজবোৰৰ ওপৰত নামী-দামী সকলো মদৰ বটল আৰু খাদ্যৰ প্লেট সজাই ৰখা হৈছে। ধকধকীয়া বগা পোচাক পিন্ধা পৰিচালকসকলে ব্যস্ততাৰে ইটো সিটো কৰি আছিল। কাউণ্টি মেজিষ্ট্ৰেটে উদ্বিগ্ন মুখেৰে পিছফালে হাত থৈ ইতঃস্ততাৰে পায়চাৰি কৰি আছিল আৰু বৈ বৈ চিঞৰি উঠিছিল, 'আমেৰিকান বিষয়াসকল আহি পাবৰ হ'লেই, অথচ জাইলোফন বাদক আৰু নৰ্ত্তকীসকলৰ এতিয়াও খবৰেই নাই! এই অপদাৰ্থসকল! ইয়াত থিয় হৈ তোমালোকে কি কৰিছা? চোৱাগৈ তেওঁলোকৰ কি হ'ল?'

এজন প্ৰহৰীয়ে উত্তৰ দিলে 'ধৰ্ম্মাবতাৰ, জাইলোফন বাদকজনে দুপৰীয়াৰ পৰা খুদকণ এটা বা পানী এটোপালো মুখত দিয়া নাই। গোটেই দিনটো বিচনাত শুই আছে। সম্ভৱত অসুখ হৈছে।'

'কেতিয়াও নহয়। মিছা কথা। সেই চয়তানটোৱে অসুখৰ ভাওঁ ধৰিছে। যোৱা, এতিয়াই সেই বদমাচক ধৰি আনা।'

দুজন সশস্ত্ৰ প্ৰহৰীয়ে ফুটোপানক টানি আনিল। কাউণ্টি মেজিষ্ট্ৰেটে তেওঁক দেখিয়েই খঙত চিৎকাৰ কৰি উঠিল, এতিয়াই বাজনা আৰম্ভ কৰা। ঘৰলৈ পিছত যাবা।'

'ধৰ্ম্মাবতাৰ! মই অসুস্থ। শৰীৰত অলপো শক্তি নোহোৱা হৈছে। বহি থাকিবলৈও কষ্ট হৈছে, সচাঁকৈ আজি মই বাজনা বজাব নোৱাৰিম।'

মেজিষ্ট্ৰেটে দাঁত কৰচি উঠিল, 'জীবিত অৱস্থাত পত্নীক চাবলৈ বিচৰা নে ইয়াতেই মৰিব বিচাৰা?'

'ধৰ্ম্মাবতাৰ! মই ইমান দুৰ্বৰ্বল যে জাইলোফন বজাব নোৱাৰো।

কাউণ্টি মেজিষ্ট্ৰেটে তাৰ উত্তৰত মেজৰ পৰা এটা বাটি তুলি লৈ ফুটোপানৰ মুখলৈ লক্ষ্য কৰি দলিয়াই দিলে। বাটিটো ফুটোপানৰ কপালত লগা মাত্ৰকে আৰ্ত্তনাদ কৰি তেওঁ মজিয়াত বাগৰি পৰিল, সৰ্ব্বশৰীৰ তেজেৰে তিতি গ'ল।

কিছু দিনৰ পিছত নিস্তেজ আৰু অন্ধ ফুটোপান অন্যৰ সহায়ত আকৌ নালি গাওঁলৈ ঘূৰি আহিল। তেওঁ ঘৰ পোৱাৰ অলপ আগতেই তেওঁৰ পৰিবাৰে শেষ নিশ্বাস ত্যাগ কৰিলে। চকুৰ পানী মচি খেপিয়াই খেপিয়াই তেওঁ ঘৈণীয়েকৰ বিচনাখনৰ কাষত বহিল। অন্তিম বাৰৰ বাবে ৰুক্ষ হাতখনেৰে তেওঁৰ কোমল নিথৰ মুখখনত হাত বোলালে। পত্নীৰ শোকে তেওঁৰ কপালৰ যন্ত্ৰণাক হেজাৰ গুণে বৃদ্ধি কৰিলে। তেওঁ চিৎকাৰ কৰি কান্দি উঠিলে 'হায় হতভাগিনী! কোনে আমাৰ সুখৰ সংসাৰত জুই লগালে? প্ৰচণ্ড শোকত তেওঁ জ্ঞান হেৰুৱাই বাগৰি পৰিল। মাকৰ বিচনাৰ কাষতে তেওঁৰ ল'ৰাটো তেতিয়ালৈকে কুচি মুচি বহি আছিল। সি উঠি গৈ দেউতাকক সাৱটি ধৰিলে। সমগ্ৰ শক্তিৰে দেউতাকক সাৱটি ধৰি চিৎকাৰ কৰি মাতিবলৈ ধৰিলে, কিন্তু ফুটোপানৰ জ্ঞান উভতি নাহিল। এই দুঃসংবাদ শুনি ওচৰ-চুবুৰীয়াসকল দৌৰি আহিল, লগে লগে প্ৰথমিক চিকিৎসাৰ ব্যৱস্থা কৰিলে। বহু সময়ৰ পিছত ফুটোপানৰ জ্ঞান আহিল।

তাৰ পিছৰ পৰাই ফুটোপান যেন অন্য এজন মানুহহে হ'ল। কথা একেবাৰেই নকয়। পত্নীৰ প্ৰতি যি ভালপোৱা আছিল সেই সকলোখিনি এতিয়া তেওঁৰ সোতৰ বছৰীয়া পুত্ৰ সন্তান তাওকানে পাইছে। সি তাৰ দেউতাকৰ দৰে কৰ্মঠ আৰু চতুৰ। প্ৰতিদিনেই সি হয় পাহাৰৰ ওপৰত চিকাৰ কৰিবলৈ যাব অথবা ঘৰৰ কাম কৰিব।

এদিন তাওকানৰ মনটো ভাল লগা নাছিল, বহি বহি সি মাকৰ কথা চিন্তা কৰি আছিল। তাৰ দেউতাকক বিভিন্ন প্ৰকাৰে আনন্দ দিয়াৰ চেষ্টা কৰিছিল যদিও সফল হব নোৱাৰিলে। অৱশেষত তাওকানে দেউতাকক এটা গান বজাবলৈ ক'লে। হঠাৎ ফুটোপানৰ মনত পৰিল যে ঘৰৰ একোণত জাইলোফনটো আছে। কথাটো তেওঁ বহুত দিনৰ পৰা পাহৰি আছিল। কথাটো তেওঁ গোটেই জীৱনৰ বাবেই পাহৰি যাব বিচাৰিছিল। কিন্তু এই মুহূৰ্ত্তত তেওঁ পুত্ৰক হতাশ কৰিবলৈ ইচ্ছা নকৰিলে। তেওঁ জাইলোফন বজাবলৈ আৰম্ভ কৰিলে। জাইলোফনৰ কাঠৰ দণ্ড বিলাকৰ ওপৰত লাহে লাহে ফুটোপানে হাতুৰীৰে আঘাত কৰিবলৈ ধৰিলে। বতাহত এটি মিঠা সুৰ বাজি উঠিল। কেতিয়াবা বৰ ধীৰ আৰু শান্ত, আকৌ কেতিয়াবা ক্ৰুদ্ধ সাগৰৰ ঢৌৰ দৰে গৰ্জমান। তাওকানে সুৰৰ তালে তালে কেতিয়াবা শান্ত, কেতিয়াবা বা উত্তেজিত হৈ উঠিছিল। কিছু সময়ৰ পিছতেই তাৰ প্ৰফুল্লতা উভতি আহিল। তাওকানে পুলকিত হৈ দেউতাকক ক'লে, 'চমৎকাৰ সুৰ। এই সুৰৰ নাম কি দেউতা?

ইয়াৰ নাম 'ড্ৰেগনৰ নাওঁ চলে।'

'এই সুৰটো আকৌ এবাৰ বজোৱা দেউতা।'

মনৰ সমগ্ৰ আবেগ ঢালি ফুটোপানে উক্ত সুৰটি আকৌ বজাবলৈ ধৰিলে। জাইলোফনৰ ঝঙ্কাৰে বতাহত প্ৰতিধ্বনি তুলি প্ৰতিবেশীহতঁৰ কাণত পৰিলগৈ। তাওকানে শ্বাস বন্ধ কৰি শুনিছিল। তাৰ অনুভৱ হ'ল যেন তাৰ চকুৰ আগেদি বৈ গৈছে মেকং নদীৰ স্বচ্ছ জলৰাশি।

ফুটোপানে বাজনা বন্ধ কৰি মুৰ তুলি অবাক হৈ গ'ল। তেওঁৰ ঘৰৰ দুৱাৰ মুখত বহু লোকৰ কণ্ঠস্বৰ শুনিবলৈ পালে। তাওকানে ফুচফুচাই ক'লে, 'দেউতা! আমাৰ প্ৰতিবেশীসকলে তোমাৰ বাজনা শুনিবলৈ আহিছে।'

ফুটোপানে বাহিৰলৈ ওলাই আহিল। ক'লে, 'বুইছ, মই বহুদিন ধৰি জাইলোফনটো বজোৱা নাই। আজি মাকৰ স্মৃতি মনত পৰাত তাওকানৰ মনটো বিষাদেৰে ভৰা, সেয়ে তাক অলপ বাজনা শুনাইছিলো।

প্ৰতিবেশীসকলে উৎফুল্লিত কণ্ঠেৰে ক'লে, 'খুৰাদেউ, তুমি যি সুৰটো বজাইছিলা সেইটো আমাৰ অতি প্ৰিয়। মাজে মাজে সেইটো সুৰ বজাবা আমি শুনিবলৈ আহিম।'

এদিন পথাৰৰ পৰা উভতি আহি ফুটোপানে খাদ্য খাবলৈ বহিছে। তেনে সময়তে তাওকানে ক'লে, 'দেউতা, বোকা ককাইদেউ গাওঁলৈ উভতি আহিছে। তেওঁ আজিকালি লাওচ মুক্তি ফ্ৰণ্টৰ কৰ্মী।'

সচাঁকৈ?

'হয় দেউতা, আমি এক সপ্তাহমানৰ পৰা তেওঁৰ কাষত গৰিলা যুদ্ধ শিকিছো।'

ফুটোপানে খোৱা বাটিটো নমাই থলে, পিছত মুৰ তুলি নিজকে প্ৰশ্ন কৰিলে 'সিহঁত উভতি আহিছে।'

'দেউতা! আজি সন্ধিয়া পৰত লাহে লাহে জাইলোফনটো বজাবা। বহুলোকে তেতিয়া তোমাৰ বাজনা শুনিবলৈ আহিব। বোফাই সিহঁতৰ সতে কথা পাতিব বিচাৰে।' তাৰ পিছত তাওকানে তাৰ দেউতাকক ফুচফুচাই কিবা কওতেই ফুটোপানে সকলো বুজিব পাৰিলে। তেওঁ হাঁহি হাঁহি সমৰ্থন জনালে।

ফুটোপানৰ ঘৰত গাওঁবাসীসকলৰ সতে বোফাৰ কথা-বাৰ্তাবোৰে নালি আৰু দাঁতি কাষৰীয়া অন্যান্য গাওঁত বিপ্লবী আন্দোলনটোৰ প্ৰসাৰত সাহায্য কৰিলে। প্ৰচণ্ড খৰাঙৰ পিছত এজাক বৰষুণৰ দৰে গণতন্ত্ৰ প্ৰতিষ্ঠাৰ বাবে আৰু হত্যাকাণ্ড, চৰকাৰী সৈন্য বাহিনীৰ বাবে জোৰকৈ লোক সংগ্ৰহ, জমুৰিবিহীন খাটনি আদিৰ বিৰুদ্ধে তেওঁলোক ঐক্যবদ্ধ সংগ্ৰাম প্ৰতিষ্ঠা কৰিলে। তাঁবেদাৰ চৰকাৰক খাজনা, অৰ্থ, শস্য বা গাহৰি আদি দিবলৈ অস্বীকাৰ কৰিলে। অলপ দিনৰ ভিতৰতে বহু গাওঁত বিপ্লবী গৰিলা বাহিনী গঢ়ি উঠিল। তাওকানে নালি গাওঁৰ গৰিলা বাহিনীত যোগ দিলে। তাৰ পিছত অন্যান্য মুক্তি যুজাৰুৰ সৈতে ঘৰ এৰি গৰিলা যুদ্ধত অংশ লবৰ বাবে হাবিলৈ গুছি গ'ল। তাওকান গুছি যোৱাৰ পিছত ফুটোপানৰ তেৰ বছৰীয়া ভতিজাক আশং তেওঁৰ লগত থাকে। তাৰ মাক পিতাক শত্ৰুৰ আক্ৰমণত নিহত হৈছিল।

এদিন তেওঁলোকে আলোচনাত মগ্ন আছিল। তেনে সময়তে তাঁবেদাৰ চৰকাৰৰ দুজন সৈনিকে পানী খাবলৈ তেওঁলোকৰ ঘৰত সোমাল। ফুটোপানে প্ৰথমে ভাবিলে তেওঁলোকক একো নিদিয়ে। কিন্তু পিছত মত সলনি কৰি ভাবিলে সুযোগ পালে তেওঁ কিয় তাৰ পোটক নুতুলিব? ইহঁতৰ লগত মেল মৰিলে ইহঁতৰ মুখৰ পৰা কিছু খবৰ পোৱা যাব। তেওঁ আশংক মাতি পানী আনিবলৈ ক'লে।

'আপোনালোক সৈন্য বাহিনীত কিমান দিনৰ পৰা আছে? ফুটোপানে তেওঁলোকৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে।'

'ছমাহৰ আগতে আমাক বলপূৰ্ব্বকভাবে সৈন্য বাহিনীত সোমোৱা হৈছে।'

'তেনেহলে ঘৰলৈ উভতিব কেতিয়া?'

'নেজানো, সম্ভৱত বননিৰ মাজতেই মৰিব লাগিব।'

তেওঁলোকৰ মাজৰ কম বয়সীয়াজনে ক'লে, 'খুৰাদেউ আপুনি খবৰ পোৱা নাইনে যে মুক্তি পাহিনীয়ে লাংগানতা এলেকাত চৰকাৰী বাহিনীক বেয়াকৈ পৰাজিত কৰিছে। ইয়াত আমি মাত্ৰ কেইশমান মানুহহে আছো। মোৰ মনত ভাব হৈছে বৰ সোনকালে এই ঠাই এৰি নগলে কোনোৱে আৰু জীয়াই থাকিব নোৱাৰিব।'

কথাটো শুনি ফুটোপানে মনে মনে আনন্দিত হ'ল। তেওঁ পুনৰ সুধিলে 'ক'ৰপৰা আপোনালোক আহিছে?'

'লুয়াং প্ৰবাং এলেকাৰ লোহান গাওঁৰ পৰা।'

'সঁচাকৈ? সেইখন দেখোন চমৎকাৰ ঠাই।' ফুটোপানে মন্তব্য দিলে।

'আপুনি তাত আছিল নেকি?' দ্বিতীয়জন তাবেদাৰ সৈন্যই প্ৰশ্ন কৰিলে।

'নিশ্চয়! সচাঁকৈ? সি প্ৰায় চিঞৰি উঠিল।

'এবা তেতিয়া মই বৰ সৰু আছিলো। ভ্ৰাম্যমান দল এটাত মই জাইলোফন বজাইছিলো।

এবাৰ সেইফালে যাওঁতে তাত তিনিদিন আছিলো।'

'আপুনি জাইলোফন বজায় ? চমৎকাৰ। আমাক অলপ শুনাবনে ? সিহঁতৰ মাজৰ এজনে অনুৰোধ কৰিলে, ফুটোপানে কিছু ভাবি ক'লে, 'দিনৰ বেলিকা মই কাম কৰিব লাগে। যদি আপোনালোকে বাজনা শুনিব খোজে তেন্তে সন্ধিয়া পৰত আহিব। আপোনালোকৰ বন্ধুবৰ্গকো মাতি আনিব, মই সকলোকেই বাজনা শুনাম।'

সন্ধিয়াৰ বন্তি জ্বলি উঠাৰ লগে লগে প্ৰায় কুৰিজন তাবেঁদাৰ সৈন্য তেওঁৰ বাদ্য শুনিবলৈ আহিল। ফুটোপানে প্ৰথমতে তেওঁলোকক এটা লোকগীতৰ সুৰ শুনালে। সুৰ শুনি ৰক্ষলোৱে উচ্চ প্ৰশংসা কৰিলে। ফুটোপানে ক'লে, 'মই এইবাৰ লুয়াং প্ৰবাং অঞ্চলৰ লোকগীত 'কাৰ্টুন' বজাম। আপোনালোকৰ মাজত যিসকলে গীত গাব পাৰে তেওঁলোকে অনুগ্ৰহ কৰি মোৰ বাজনাৰ সতে কণ্ঠ মিলাওঁক।'

'সুন্দৰ। সুন্দৰ। তাবেঁদাৰ সৈন্যসকলে আনন্দিত হৈ সমৰ্থন জনালে।

'কাৰ্টুনৰ' ছন্দময় আৰু বলিষ্ঠ সুৰৰ মাজেৰে তেওঁলোকৰ প্ৰিয় ভূমিলৈ যেন ঘৰলৈ ঘূৰি যোৱাৰ বাবে তেওঁলোকক সুৰৰ মূৰ্চ্ছনাত হাত বাউল দিছে। সুৰৰ মূৰ্চ্ছনাত প্লাবিত হৈ গ'ল প্ৰতিজনৰ অন্তৰাত্মা। দেশলৈ উভতি যোৱাৰ বাবে বৰ আকুল হ'ল। প্ৰিয়জনৰ মাজলৈ উভতি যাবলৈ মন মেলিলে।

বাজনা বৈ গ'ল। তাবেঁদাৰ সৈন্যসকলে নিস্তব্ধ হৈ তেতিয়াও বহি থাকিল। অন্য সময়ত তেওঁলোকে যিদৰে হৈ-হাল্লা কৰে এতিয়া তাৰ চিন চাবেই নাই। কিছু কণৰ পিছত সপোনৰ পৰা সাৰ পাই উঠাৰ দৰে এজনে চিৎকাৰ কৰি উঠিল 'হায়। কেতিয়া যে আকৌ ঘূৰি ঘৰলৈ যাব পাৰিম!"

গভীৰ ৰাতি ফুটোপানক তেওঁলোকে বিদায় জনাই চাউনিলৈ উভটি গ'ল।

কিছুদিনৰ পিছত এওঁলোকৰ বহুতেই তাবেঁদাৰ বাহিনী এৰি পলাই গ'ল। বাতৰিটো শুনি ফুটোপান বৰ আনন্দিত হ'ল। আপনক ক'লে, 'আমিও জেনেহলে প্ৰতিৰোধ যুদ্ধত কিছু সাহায্য কৰিব পাৰিছো।'

এদিন গভীৰ ৰাতি ফুটোপানৰ টোপনি আহিব ধৰিছিল। এনে সময়ত হঠাৎ কুকুৰৰ ভুকভুকনি শুনা গ'ল। তেওঁৰ ঘৰৰ চৌদিশে বহু সংখ্যক লোকৰ পদধ্বনি। কন্তেক পিছতে হিংস্ৰ কণ্ঠৰে এজনে চিঞৰি উঠিল 'হেৰৌ এই ঘৰত কেইজন লোক থাকে? মাত শুনিয়েই ফুটোপানে বুজিলে যে শত্ৰু বাহিনীয়ে লুটপাত কৰিবলৈ আহিছে। তেওঁ ধীৰে ধীৰে দুৱাৰখন খুলি উত্তৰ দিলে 'মই অন্ধ মানুহ, অকলে ইয়াতে থাকো।'

'বাকীবোৰ ক'ত গ'ল?'

তেওঁলোক বনলৈ গুছি গ'ল।

'আমাক সিহঁতৰ মাজলৈ লৈ বল। তোক বহুতো পুৰস্কাৰ দিয়া হ'ব।'

'কিন্তু মই যে চকুৰে নেদেখো।'

এতিয়া মাজ ৰাতি, বৰং পুৱালৈ অপেক্ষা কৰা যাওঁক। তেওঁলোকে নিজৰ ভিতৰতে কিছু আলোচনা কৰিলে, তাৰ পিছত সকলো নিস্তব্ধ। ফুটোপানে বুজিলে এওঁলোক শত্ৰু

সৈন্য। মুক্তি বাহিনীৰ গৰিলাসকলক চাৰিওপিনৰ পৰা ঘেৰাও কৰি পেলাব পাৰে। তেওঁ গভীৰ উদ্বেগেৰে ভাবিলে কেনেকৈ তেওঁলোকলৈ খবৰ পঠোৱা যায়.....।ৰাতি পুৱালেই ইহঁত দেখোন...

সেই গভীৰ ৰাতি নিৰুপায় হৈ তেওঁ মূৰৰ চুলি চিঙিবলৈ ধৰিলে। হঠাতে তেওঁ হাতেৰে ঠেলা মাৰি আশংক জগালে। সাৰ পাই সি সুধিলে 'কি হ'ল?'

উঠি গৈ দুৱাৰখন বন্ধ কৰি দে। আশংকে দুৱাৰখন বন্ধ কৰি দিয়াৰ লগে লগে ফুটোপানে খেপিয়াই খেপিয়েই জাইলোফনটোৰ পিনে আগুৱাই গ'ল। তাৰ পিছত হাতুৰী তুলি লৈ প্ৰচণ্ড উৎসাহেৰে বজাবলৈ আৰম্ভ কৰিলে। ৰাতিৰ নিস্তব্ধতা ভেদ কৰি 'ড্ৰেগনৰ নাওঁ চলে'ৰ বলিষ্ঠ সুৰ ভাহি গ'ল। জাইলোফনৰ চমৎকাৰ সুৰে জগাই তুলিলে আত্মীয় পাহাৰ আৰু নদীবোৰক। যেন খহি পৰিল বিশাল আকাশ।

বাজনা শুনি শত্ৰু বাহিনীৰ কেপ্টেইনজনে প্ৰচণ্ড খঙত দৌৰি আহিল। প্ৰচণ্ড জোৰেৰে দুৱাৰত গোৰ মাৰিলে কিন্তু দুৱাৰ বন্ধ। গাৰ জোৰেৰে দুৱাৰত ঢকিয়াই তেওঁ চিৎকাৰ কৰি উঠিল 'বাজনা বন্ধ কৰা নহলে তোক হত্যা কৰিম।'

কিন্তু জাইলোফন বাজিয়েই থাকিল। আগতকৈ অধিক বলিষ্ঠ হৈ উঠিল সেই সুৰ। সৈন্যসকলৰ গৰ্জনকো তল পেলাই দিলে। ফুটোপানে ভাবিলে, গুলী চলালেইতো ভালেই হয় তেতিয়া হ'লে মুক্তি বাহিনীৰ গৰিলাসকলে জানিব পাৰিব যে শত্ৰুবোৰ ইযাতেই আছে। মই মৰিলে কি আছে কি যায়। আমাৰ সৈনবোৰে আহি ইহঁতক নিঃশেষ কৰি দিয়ক।

বাজনাৰ সুৰৰ মাজেৰেই ফুটোপানে ফুটাই তুলিলে বহু বছৰৰ অত্যাচাৰ জনিত ব্যথা আৰু শত্ৰুৰ প্ৰতি ঘৃণা। তেওঁ আৰু অধিক জোৰে হাতুৰীৰে আঘাত কৰিবলৈ ধৰিলে। আকাশে বতাহে তাৰ বলিষ্ঠ সুৰ সিচৰিত হৈ পৰিল। অৱশেষত বন্ধ দুৱাৰখন ভাঙি পৰিল। শত্ৰু বাহিনীৰ কেপ্টেইনে বন্য জন্তুৰ দৰে ফুটোপানৰ ওপৰত জপিয়াই পৰি দুহাতেৰে তেওঁৰ ডিঙি চেপি ধৰিলে। ফুটোপানে দেহৰ সমগ্ৰ শক্তিৰে প্ৰতিৰোধ কৰিলে যদিও অধিক সময় যুজিব নোৱাৰিলে। হঠাৎ শত্ৰু বাহিনীৰ কেপ্টেইনজনে তীব্ৰ আৰ্ত্তনাদ কৰি লুটি খাই পৰিল। আশংকে ফুটোপানক সাহায্য কৰাৰ অৰ্থে আগুৱাই আহিছিল। শত্ৰু বাহিনীৰ কেপ্টেইনৰ পৰা সি বন্দুকটো টানি আনিলে আৰু তলত কি ঘটিছে বুজিবলৈ চেষ্টা কৰিলে। পৰিস্থিতিৰ মুখামুখি হোৱাৰ অৰ্থে প্ৰস্তুত হৈ থাকিল। কেপ্টেইনৰ আৰ্ত্তনাদ শুনি তাবেঁদাৰ সৈন্য বাহিনী তৎক্ষণাত ওপৰলৈ দৌৰি আহিল। হঠাৎ চাৰিওদিশৰ পৰা গৰিলা বাহিনীৰ প্ৰচণ্ড গুলী বৰ্ষণ আৰম্ভ হ'ল। প্ৰচণ্ড যুদ্ধৰ পিছত কেইবাজনো শত্ৰু সৈন্য নিহত হ'ল আৰু কিছু সৈন্য বন্দী হ'ল। বাকীবোৰে প্ৰাণৰ ভয়ত ৰাইফল এৰি দৌৰ মাৰিলে।

গৰিলা বাহিনীৰ নেতা আৰু অন্যান্য সতীৰ্থসকলে দৌৰি আহি দেখিলে আশংকে জুহালত খৰি গুজি দিছে— ৰঙা জুইৰ শিখাৰ পোহৰত উজ্বল হৈ উঠিছে আশংৰ মুখ আৰু হাতৰ বন্দুকটো। গভীৰ আবেগত গৰিলা বাহিনীৰ নেতাজনে ফুটোপানৰ হাতদুখন সাবটি ধৰি ক'লে 'অভিনন্দন খুৰাদেউ! বহু বহু অভিনন্দন, তোমাৰ দেশপ্ৰেমৰ বাজনাই আজি শত্ৰুৰ সমগ্ৰ পৰিকল্পনা ধ্বংস কৰি দিলে। ❑

❑ গিওৰগিও ক্লোল্লানজি

# নাম তাৰ মাজিও



উপত্যকাটোৰ গ্ৰাম্য ভৱনত আজি যেন কিহৰ উৎসৱ হৈছে। সন্ধিয়া পৰত গাড়ীত উঠি ছোৱালীবোৰ উৎসৱলৈ আহিছে, ভিতৰত অৰ্কেষ্ট্ৰা বাজিছে, পাতল পৰ্দাৰ মাজেৰে দেখা গৈছে যে পৰিচালক সকলে গীত পৰিবেশন কৰিছে। কিন্তু এই আনন্দ উজ্বল আড়ম্বৰে মোক অকণমানো আকৰ্ষিত কৰিব পৰা নাই। মোৰ মনৰ মাজত মাত্ৰ এটা চিন্তাই সজীৱ হৈ উঠিছে যে সেই খিড়িকীবোৰৰ ওচৰতে মাজিওৰ মৃত্যু হৈছিল। মাজিওৰ বয়স তেতিয়া মাত্ৰ ছাব্বিশ।

গ্ৰাম্য ভৱনৰ দেৱালত সেইদিনাৰ সেই সংগ্ৰামৰ স্বাক্ষৰ ৰৈ গৈছে। সেই দেৱালবোৰৰ তলত খন্দা টেঙৰ ধূলিৰ গোন্ধ কাৰোবাৰ নাকত যদি লাগেহি, তেন্তে সি হয়তো এতিয়াও এই ঘটনাটো উপলব্ধি কৰিব পাৰিব।

মাজিওৰ মূৰৰ চুলিবোৰ আছিল তামৰঙী। মাজিও আমাৰ সতে মানুহ হৈছে পর্ট-এ পিয়েট্ৰাত। ইষ্টাৰৰ সময়ত ঘৰত জুই জ্বলাবলৈ আখলৰ লৌহ দণ্ডক পবিত্ৰ কৰা বাবে যিদৰে আমি বাটৰ ওপৰেৰে টানি টানি গীৰ্জালৈ লৈ যাওঁ (ইটালীৰ ৰীতি) তেনেকৈ আমি বেঙৰ সন্ধানত ডাঙৰ খালটোত জপিয়াওঁ। কিন্তু আন দিশত মাজিও আছিল আমাতকৈ স্বতন্ত্ৰ।

সি অপমান কোনোপধ্যে সহ্য কৰিব নোৱাৰিছিল। সি সকলোকে ভাল পাইছিল যদিও তাৰ ইচ্ছাৰ বিৰুদ্ধে কিবা কৰাবলৈ চেষ্টা চলোৱা সকলক সি নিশ্চিত ভাবে কষ্ট দিছিল। কেতিয়াবা কেতিয়াবা আমি খালটোৰ কাষত বহি থাকো— সি তেতিয়া কয় ঃ জান,

ইটালীৰ দৰে পৃথিৱীৰ অন্যান্য ঠাইতো বহু "পাজী" মানুহ আছে। যিবোৰে সদায় আমাৰ অনিষ্ট কৰিবলৈ চেষ্টা কৰে। কথাবোৰ কৈ সি তাৰ হাত দুখন আগবঢ়াই যেন সাবটি ধৰাৰ ভঙ্গী প্ৰকাশ কৰে। কিন্তু আমি তাতকৈ বয়সত সৰু আছিলো বাবেই হয়তো তাৰ সেই ভঙ্গী বুজিবলৈ সক্ষম হোৱা নাছিলো।

পোন্ধৰ বছৰ বয়সত সি যেতিয়া নীৰাক ভাল পাইছিল তেতিয়া শুনিলো যে তাক গ্ৰেপ্তাৰ কৰি জেললৈ লৈ গৈছে। বয়স তাৰ কম আছিল বাবেই হয়তো সি মুক্তি পালে। এবাৰ দুবাৰকৈ তাক কেইবা বছৰো দেখা পোৱা নগল। তাৰ চুলিবোৰ বিবৰ্ণ, চকু দুটি বৰ বিষন্ন হৈ পৰিছে।

সি কম কথাই কয়— কাৰণ সকলোৱে তাক এৰি চলে। সন্ধিয়া আমি মাথোঁ তাক দেখা পাওঁ নীনাৰ সতে বান্ধৰ ওপৰত। সিহঁত দুয়ো হাতত হাত থৈ ৰঙা আকাশৰ তলত কলা ছায়া ছবিৰ দৰেই লাহে লাহে ইফালে সিফালে ঘূৰি ফুৰে।

নিশা মাজিও ক'লৈকো নেযায়। প্ৰতিদিন নিশা এঘাৰ বজাত স্থানীয় পুলিচ বিষযাই তাৰ ঘৰলৈ আহি দুবাৰত হেঁচো প্ৰয়োগ কৰে। উদ্দেশ্য মাজিও নিশ্চয় ঘৰত আছে।

মাজিওই এই "তাত্বিক তালাচীৰ" প্ৰত্যুত্তৰত ঘৰৰ পৰা কিবা এটা কয়, জুই জ্বলায়।

এদিন আৰু এটা কথা শুনিলোঃ মাজিওই যেতিয়া মাছ ধৰিছিল তেতিয়া গাওঁৰ লৰাবোৰে তাক উদং গাৰে দেখা পাইছিল। সেই দিনাই সন্ধিয়া শৰত সমগ্ৰ গাওঁৰ মানুহে গম পালে যে মাজিওৰ পিঠিত এটা পোৰা দাগ আছে। লগে লগে গুজৱ শুনা গ'ল যে তাৰ এই 'স্পাত' 'স্পেনৰ', কাৰণ সি মাজে মাজে সুহুৰি বজাই গান গাই গাই স্পেনীচ ভাষাৰে বিৰবিৰকৈ কিবা কয়।

মাজিও আৰু দুবছৰ ইয়াতে থাকি গ'ল। চিৰ ক্ৰন্দৰাতা মাতৃ, আৰু একমাত্ৰ সঙ্গীনী নীনা— এওঁলোকেই মাথোন থাকিল তাৰ সমুখত। তাৰ পিছত সি ক'ৰবাত যেন অদৃশ্য হৈ গ'ল। উনৈশ তিয়াল্লিশৰ পূৰ্বে তাৰ সম্বন্ধে আৰু একো কথাই শুনা নাছিলো।

উনৈশ তিয়াল্লিশৰ বছৰটো আছিল বৰ ভয়াবহ। পটি-এ-পিয়েট্ৰাত জাৰ্মানীবোৰে গোটেই দিনটো ঘৰবোৰৰ ফালে বন্দুক টোৱাই আছে আৰু বন্দুকৰ গুলী এবাৰ ফাঁকে ফাঁকে নিজৰ ৰুটীত সযতনে মাখন লগাই খাইছে।

জাৰ্মানবোৰে হেনো ৰেল লাইন বহুৱাইছে আৰু লগে লগে কোনোৱে যেন সেই ৰেল লাইনবোৰ উফৰাই দিছে। উপত্যকাত আমি গোটেই নিশা ধৰি বজ্ৰপাত পৰাৰ দৰে বিস্ফোৰণৰ শব্দ শুনো। এনে লাগে যেন জাৰ্মানবোৰ হতাশাত বলিয়া হৈ পৰিছে। দুৰ্বৃত্তৰ সন্ধানত সিহঁতে ঘৰে ঘৰে অনুসন্ধান চলাইছে, নিৰ্বিবকাৰে বস্তু বাহনি তচনচ কৰি থৈ গুছি গৈছে।

এদিন পুৱাতে জাৰ্মানবোৰে সৈন্যবোৰৰ স্মৃতি স্তম্ভৰ ওপৰত এটি ঘোষণা কৰি থৈ গ'ল। সমগ্ৰ গাওঁৰ মানুহ সেই ঘোষণাৰ তলত থিয় হ'ল। দেখা গ'ল এখন ছবি। ছবিখন মাজিওৰ। মাজিওই যেন সিহঁত সকলোলৈ চাই হাঁহিছে। সেইদিনা আবেলি খালৰ কাষত এটা বৰ অদ্ভুত শব্দ শুনা গ'ল। ঠিক যেন জিলিৰ মাতৰ দৰে। ছোৱালীবোৰ খিড়িকীৰ ফালে লৰৰি গ'ল। তাৰ পিছ মুহূৰ্ততে আতঙ্কত অস্ফুট চিএৰ বাখৰেৰে পিন্ধুৱাই আহিল। জাৰ্মানবোৰক লৈ

বহুকেইখন সামৰিক ট্ৰাক ৰাস্তাৰ ওপৰেৰে আগবাঢ়ি আহিছে।

ট্ৰাকৰ পৰা জপিয়াই নামি গধুৰ বুট জোতাৰে জোৰকৈ দুৱাৰ ভাঙি সিহঁত ঘৰৰ ভিতৰলৈ সোমাই আহিল তাৰ পিছত লৰা বুঢ়া সকলোকে টানি চোচৰাই লৈ আহিল।

পলাই অহাৰ বাবে যিকণ সময় মই পাইছিলো তাৰেই মাজত লৰৰি আহি মাকে গছৰ তলত লুকালো। ছোৱালীবোৰৰ আৰ্ত্তনাদ শুনিবলৈ পালো। পথাৰৰ পোহনীয়া জন্তুবোৰে সজোৰে চিঞৰিছে। তাৰ পিছত ধোঁৱাৰ কলা এচপৰা মেঘ বিয়পি পৰিল ঘৰবোৰৰ মুধচত, ধোঁৱাৰ সতে জ্বলি উঠিল জুইৰ লেলিহান শিখা।

হঠাৎ শইচৰ মাজেৰে কাৰ যেন ভৰিৰ শব্দ শুনিবলৈ পালো। মাটিত কাণ থৈ শুই পৰিলো। থমকি ৰৈ গ'ল ভৰিৰ শব্দ। বৰ সাবধানে চাবলৈ চেষ্টা কৰিলো। প্ৰথমে দেখিলো এযোৰ বুটজোতা তাৰ ওপৰলৈ উঠি গৈছে— দুখন বলিষ্ঠ ভৰি, তাৰ ওপৰৰ গাৰ কোটটো কিন্তু সামৰিক নহয়। বৰ লৰালৰিকৈ মই মানুহজনৰ মুখৰ ফালে চালো আৰু মোৰ ধাৰণা সেই মুহূৰ্ত্তত মই নিশ্চয় তাৰ নাম কৈ বিস্ময়ত চিঞৰি উঠিলো 'মাজিও'।

মাজিওই বন্দুকটো থৈ মূৰৰ টুপী খুলি পেলালে। তাৰ তাম বৰণীয়া চুলিবোৰ ঠিক যেন 'মাকৈৰ' সোণালী আঁহৰ দৰে উজ্বল। নীৰৱে অলপ ধপাত লৈ হাতৰ তলুৱাত গুড়ি কৰিলে আৰু মই অপলক দৃষ্টিৰে তাৰ পিনে চাই থাকিলো।

গাওঁত জাৰ্মানবোৰৰ মেচিনগানবোৰ কটকট শব্দৰে চলিছে। মাজিওই চিগাৰেটটো পকাই অস্ফুট শব্দৰে মাথোঁ কলে— 'উঃ কি জঘন্য।"

মই তাক সমৰ্থন কৰি কলো, 'সঁচাই জঘন্য।"

সিহঁত কেইজন হব?

সেইটো অৱশ্যে নাজানো। তথাপি ভাবো 'বহুতো'।

মাজিওই চিগাৰেটত দীঘলকৈ হোপা দি সুধিলে 'মোৰ আইৰ খবৰ পাইছানে? আৰু নীনাৰ?

মই বৰ ভালকৈ কব নোৱাৰো। বজাহত শব্দ কৰি জুইৰ স্ফুলিঙ্গ বোৰ বিয়পি পৰিছে। সন্ধিয়া হোৱাৰ পূৰ্বে এটি গুজব শুনা গ'ল। পুৰুষ আৰু সৰু সৰু লৰা ছোৱালীবোৰক জাৰ্মানবোৰে নিম্ন উপত্যকাৰ ৰেল ষ্টেচনত দুখন মালবাহী ৰেলত ভৰাই আটক কৰি থৈছে।

ক্ষীণ জোনাকৰত আমি দুয়োখন ৰেলগাড়ী অস্পষ্টভাবে দেখিছিলো। উপত্যকাৰ পটভূমিকাত ৰেল দুখনক খেলনাৰ দৰে দেখা গৈছিল। লৰা-ছোৱালীবোৰে আঠুকাঢ়ি আপোন জনৰ নাম কাঢ়ি মাতিছিল। কিন্তু অন্ধকাৰ নিশা সিহঁতৰ কণ্ঠস্বৰ শুনা নগল। বৰ বেচি গীৰ্জাৰ গ্ৰাম্য ভৱনক সেই কণ্ঠস্বৰে স্পৰ্শ কৰিব পাৰে।

মূৰ তল কৰি ভিতৰৰ মানুহবোৰ চাৰি আলিৰ ওচৰলৈ উভতি আহি কিছুপৰলৈ নীৰৱে থাকিল। সৰু লৰা-ছোৱালীবোৰে আৰু কন্দা নাই, সিহঁত শুই পৰিছে। বয়সস্থ সকল গভীৰ চিন্তাত বুৰ গৈছে।

অন্ধকাৰত এটাৰ পিছত এটা বন্দুকৰ শব্দ শুনা গৈছে। ভিৰৰ নীৰৱ মানুহবোৰে এই বাৰ উঠি পৰি বাজ্জটোৰ পিনে আগবাঢ়ি গ'ল। ওলীৰ লগত জুইৰ ফিৰিঙতি চকুত পৰিল।

সিহঁতে লক্ষ্য কৰিলে জাৰ্মান সকলৰ এই আক্ৰমণ যেন জনশূন্য গ্ৰাম্য ভৱনক কেন্দ্ৰ কৰি হৈছে। ভিতৰৰ মানুহবোৰে গাত গা লগাই নিঃশব্দে থিয় হৈ আছে। নীনা, মাজিওৰ মাক যেন বনৰ ছাঁৰ মাজত গছৰ গুৰিৰ দৰে অন্ধকাৰত নিশ্চল হৈ থিয় দি থাকে। বন্দুকৰ শব্দ ক্ৰমাগত যেতিয়া কমি আহিল তেতিয়া যেন মনত ভাব হ'ল গীৰ্জাৰ পিছৰ পৰা প্ৰকাণ্ড শিল বাগৰি অহাৰ দৰে যেন এটা শব্দ শুনিবলৈ পালো। মই নিশ্চিত হৈ আছিলো এয়া নিশ্চয় উপত্যকাৰ সৰু পথটোত বহুতো মানুহৰ দৌৰা দৌৰিৰ শব্দ। ক্ষন্তেক পিছত দেখিলো কিছুমান ছাঁৰ দৰে মূৰ্ত্তি দ্ৰুত গতিৰে আগবাঢ়ি আহিছে।

প্ৰথম যিজন লোক বান্ধৰ ওচৰলৈ আহি সজোৰে পৰি গল তাক দেখি ভিতৰৰ মানুহবোৰে ফুচফুচকৈ কৈ উঠিলঃ পিয়েৰো আহিছে ! আৰু বহু নীৰৱ মূৰ্ত্তি এজন এজনকৈ আহি প্ৰতীক্ষাৰত প্ৰেমাস্পদৰ আলিঙ্গনৰ মাজত সোমাই পৰিল।

ক্লান্ত লৰা বুঢা সকলে আৰু কথা কব পৰা নাই। যি দুই এটা কথা কৈছে সেযাও দীৰ্ঘ নিশ্বাসৰ আঘাতত টুকুৰা টুকুৰা হৈ গৈছে। সিহঁতে জনালে জাৰ্মানবোৰে মালবাহী ৰেলত ভৰাই কেনেকৈ সিহঁতৰ উশাহ বন্ধ কৰিবলৈ উপক্ৰম কৰিছে।

সিহঁতে জানেনে কেনেকৈ মাজিও আৰু তাৰ লগতে বহু কেইজন স্বেচ্ছা সৈনিকে আহি সিহঁতৰ গাড়ীৰ দুৱাৰ খুলি অদৃশ্য হৈ গৈছিল। স্বেচ্ছা সৈনিকৰ সাহসত অভিভূত হৈ ছোৱালীবোৰে মাজিওৰ মাক আৰু নীনাৰ কাষলৈ আহি আনন্দত সিহঁতক সাবটি ধৰিছিল।

কিন্তু জাৰ্মানবোৰে আকৌ গ্ৰাম্য ভৱনৰ পিনে গুলী কৰিব ধৰিলে। কথাটো তৎক্ষণাত বিয়পি পৰিল। মাজিও তাত নিশ্চয় অকলে আছে। আহত মাজিওৰ পিছে পিছে অনুসৰণ কৰি জাৰ্মানবোৰে তাক ফান্দত পেলাইছে।

আজি উপলব্ধি কৰিব পাৰো— মাজিওৰ দৰে মানুহ যি উনৈশ শ ত্ৰিশত স্পেনৰ যুদ্ধৰ সতে পৰিচিত হৈছিল তাৰ বাবে কোনো ফান্দ তৈয়াৰ কৰিব নোৱাৰে। সেই যুদ্ধৰ অনুসৰণ যে তাৰ তেজত বিদ্যমান। গোটেই নিশা বন্দুক চলিল। পুৱা কি ঘটিছে চাবলৈ বুলি আমি পাহাৰৰ টিলাত উঠিলো। ডাঙৰ ডাঙৰ গছৰ আঁৰত গ্ৰাম্য ভৱন প্ৰায় অদৃশ্য। কিন্তু ইয়াৰ পৰা বাওঁফালৰ খিড়িকীখন দেখিবলৈ পাইছো। খিড়িকীৰ কাষত থিয় হৈ মাজিওই হয়তো শেষ বাৰৰ বাবে তাৰ জন্মভূমিক চাইছে। সকলোকে চোৱাৰ তাৰ সময় নাই। তথাপি সি হয়তো সেই বান্ধটো চাইছে, সেই খালটো, যি খালত সি লৰালি কালত সাতুৰি-নাদুৰি ফুৰিছিল। চাই আছে এটাৰ পিছত অন্য এটা ঘৰ পাৰ হৈ গীৰ্জাৰ সুউচ্চ চূড়ালৈ।

উপত্যকাৰ কাষৰ পৰা অকাই পকাই জাৰ্মানবোৰ আগুৱাই আহিল। সূৰ্যৰ প্ৰথম পোহৰত সিহঁতৰ মূৰৰ হেলমেটবোৰ দাপোণৰ দৰে জকমক কৰিছে। প্ৰায় দহ বজাত এক অদ্ভুত নীৰৱতা উপত্যকাৰ বুকুলৈ নামি আহিল।

মাথোঁ গীৰ্জাৰ ঘন্টাৰ ধ্বনি শুনা গ'ল। প্ৰায় এঘণ্টাৰ পিছত কুকুৰৰ ভেউ ভেউৰ দৰে এটি কৰ্কশ শব্দ শুনা গ'ল। মাইক্ৰফোনত জাৰ্মানবোৰে মাজিওক আত্ম সমৰ্পণৰ নিৰ্দ্দেশ দিলে।

মাজিওই সিহঁতৰ সেই ঔদ্ধত্যৰ উত্তৰ দিলে খিড়িকীৰে গুলী বৰ্ষণ কৰি। জাৰ্মানবোৰ

যেন এইবাৰ বলিয়া হৈ পৰিল। কিন্তু বাহিৰৰ পৰা সকলো শান্ত যেনেই লাগিছিল।

হঠাৎ ধ্বংসাবেশৰ ওপৰেৰে এটি শুভ্ৰ ধোঁৱাৰ ৰেখা উঠি আহিল। গ্ৰাম্য ভৱনটো যেন জ্বলিছে আৰু এখন গাড়ীয়ে সশস্ত্ৰ বাহিনী হৈ প্ৰান্তৰ পৰা হৈ আগবাঢ়ি গৈছে। ওপৰৰ পৰা দেখা গ'ল ঠিক যেন এটা কুকুৰাই তাৰ এপাল পোৱালীক বিপদমুক্ত কৰি লৈ গৈছে।

এবাৰ নহয় গাড়ীখন দুবাৰ ৰহস্যজনক ভাবে আগুৱাই গ'ল আৰু কন্তেক পিছত ভীষণ এটি বিস্ফোৰণত সমগ্ৰ আকাশ কঁপি উঠিল। গ্ৰাম্য ভৱনৰ পৰা শেষবাৰৰ বাবে গুলী তীব্ৰ বেগে আহিল, কিন্তু তাৰ আগতেই কাকতী ফৰিঙৰ দৰে জাৰ্মানবোৰে জপিয়াই জপিয়াই বেৰ পাৰ হৈ বিকট চিঞৰেৰে গ্ৰাম্য ভৱনৰ দিশে দৌৰি গ'ল। জ্বলন্ত বদত বিকট শব্দৰ বাদে আন একোৱে শুনা নগল।

আবেলি এখন মটৰ গাড়ী অহা আৰু গুছি যোৱাৰ সময়ত গাওঁৰ মানুহে সতৰ্ক দৃষ্টিৰে লক্ষ্য কৰিলে। তাৰ পিছত গাড়ীখন গুছি যোৱাৰ পিছত সকলো চাৰি আলিলৈ উভতি আহিল। তেওঁৰে হাতেৰে বাধা দি ছোৱালীবোৰক আগ বাঢ়িবলৈ নিদিলে। গ্ৰাম্য ভৱনৰ বাৰান্দাত এটি মৃতদেহ ওলমি আছে। ভৰি দুখন ওপৰৰ পিনে বন্ধা, হাত দুখন শূন্যত ওলমি আছে। পিন্ধনৰ পেন্ট আৰু চোলাটো তেজেৰে ৰাঙলী। মৃতদেহৰ মুখটোত মাকৰ সোণালী আইঁৰ দৰে উজ্বল চুলি। মৃতদেহটো সকলোৰে মৰমৰ এজন মানুহৰ— নাম তাৰ মাৰ্জিও। □



# মাছ ধৰা অভিযান

তেতিয়া নৌকাপথ অবৰুদ্ধ। জনশূন্য আৰু ক্ষুধা পীড়িত। চাকৈ চকোৰা চৰাইৰ সংখ্যাও নিতান্ত কম আৰু যি পোৱা যায় সেয়াই তেতিয়া সুখাদ্য।

জানুৱাৰী মাহৰ এক উজ্বল প্ৰভাতত ঘড়ীৰ ব্যৱসায়ী মচিয় মচিচত সম্প্ৰতি পৰিস্থিতিৰ বিপাকত নিষ্কৰ্মা, তেওঁৰে চোলাৰ জেপত হাত ভৰাই বিষণ্ণ আৰু ক্ষুধাৰ্ত্ত অৱস্থাত বুলেভালে আগবাঢ়ি গ'ল। হঠাতে পুৰণি দিনৰ এজন সৈনিক বন্ধুৰ সতে তেওঁৰ সাক্ষাৎ ঘটিল।

যুদ্ধৰ আগতে প্ৰতি দেওবাৰে দোকমোকালিতে এখন হাতত এডাল বেতৰ লাঠী আৰু পিঠিত এটা টিনৰ বাকচ লৈ মৰিচতক বেগেৰে যোৱা দেখা যায়। কলম্বোত বিশেষ ৰেলত উঠি তাৰ পৰা তেওঁ খোজ কাঢ়ি মৰোতে দ্বীপলৈ যায়। এন্ধাৰ নোহোৱা পৰ্যন্ত তাতে মাছ ধৰে। সেই ঠাইতে মচিয় সাভেজৰ সতে তেওঁৰ সাক্ষাৎ ঘটে। যিজনে ৰুনতৰদাম দ্য লোৰেতিত সামান্য কিছু অভিৰুচিৰ বস্তু সংগ্ৰহ কৰি ৰাখিছে। ভদ্ৰলোক বৰ আমোদপ্ৰিয়, মচিচতৰ দৰে মাছ ধৰাত বৰ আগ্ৰহী। ক্ৰমে তেওঁলোকৰ মাজত উষ্ণ বন্ধুত্ব গঢ়ি উঠিল আৰু প্ৰায় সমগ্ৰ দিন তেওঁলোকে যেতিয়া ওচৰা ওচৰিকৈ মাছ ধৰে তেতিয়া এটাও বাক বিনিময় নকৰে। কোনোবা এদিন যেতিয়া সকলোবোৰ সতেজ আৰু নতুন দেখা যায়— বসন্তৰ সুন্দৰ সূৰ্যই যেতিয়া সকলোৰে মন আনন্দত উপচাই তোলে তেতিয়া মচিয় মৰাচতে উলাহত কৈ উঠে আহা! কি অপূৰ্ব্ব। মচিয় সাভোজে তেওঁৰ উত্তৰত কয় কোনো একোৱে এই সমপৰ্যায়ৰ নহয়।

আকৌ সন্ধ্যা নামি অহাৰ সময়ত অস্তগামী সূৰ্য যেতিয়া ৰঙীন পত্ৰাবলীৰ ওপৰত সোণ চেকুৰা পোহৰ পেলাই দুই বন্ধুৰ চৌদিশে বিচিত্ৰ ছায়া পেলায় তেতিয়া সাভেজে কয় 'কি যে অপৰূপ ছবি।' বাহঃ বুলেভাইও হাৰ মানে। মৰিচতে উত্তৰ দিলে।

অধিক কথা নকলেও সিহঁতে পৰস্পৰক জানে। সাদৰ সম্ভাষণ বিনিময় কৰাৰ পিছত দুই বন্ধুৱে সমীপবৰ্ত্তী পথেৰে খোজ দিবলৈ আৰম্ভ কৰে। দুয়ো তন্ময় হৈ চিন্তা কৰিছিল অতীত আৰু বৰ্তমানৰ ঘটনাবলীৰ কথা।

এখন 'কাফেত' দুয়ো সোমাল'। যেতিয়া দুয়োজনৰ সমুখত এক পিয়লাকৈ মদিৰা ৰখা হ'ল তেতিয়া সভেজে দীৰ্ঘশ্বাস পেলাই কলে, কি যে সাংঘাতিক ঘটনাবোৰ হৃদয়লৈ ধৰিছে।'

'আৰু বাতাবৰণ?' মৰিচতে বিমৰ্ষ ভাবে কলে, এই বছৰ এনে এটা সুন্দৰ দিন আজিহে পালো। ভাল বাৰু, মাছ ধৰাৰ কথা তোমাৰ মনত পৰেনে"

নিশ্চয়। আমি বাৰু কেতিয়া যাম?

দ্বিতীয়বাৰ মদিৰাৰ অৱশিষ্টখিনি পান কৰি অলপ বিমজিম ভাব অনুভৱ কৰিলে। সিহঁত দুয়ো কাফে হাউচৰ পৰা ওলাই আহিল— শূন্য পাকস্থলীত এলকোহলৰ প্ৰতিক্ৰিয়াত মূৰটো যিমান পাতল লাগে তাতকৈ আৰু কিবা আছেনে? মিঠা বতাহে সাভেজক পুলকিত কৰে। উচ্ছাসত তেওঁ কৈ উঠিল 'ধৰি লোৱা আমি যদি তাতে যাওঁ।'

'ক'ত?'

মাছ ধৰিবলৈ।

'মাছ ধৰিবলৈ'? কিন্তু কলৈ?

'আমাৰ সেই পুৰণি ঠাই কলম্বোত, কৰ্টী লন্টন তাৰ কাষতেই চাউনী পাতি আছে। কিন্তু মই ভাবো কৰ্ণেল দুমলিয়ে আমাক পাৰপত্ৰ দিব।

'তেন্তে বলা, মই তোমাৰ সতে হাত মিলাও।'

এঘন্টাৰ পিছত, মাছ ধৰাৰ সকলো সাজ সৰঞ্জাম লৈ তেওঁলোক কৰ্ণেলৰ অট্টালিকাত উপস্থিত হ'ল। তেওঁলোকৰ অনুৰোধ ক্ৰমে কৰ্ণেল চাহাবে খিটিকি হাঁহিৰে নিয়ম অনুযায়ী পাৰপত্ৰ দিলে। এঘাৰটা বজালৈ অগ্ৰৱৰ্তী প্ৰহৰীদলৰ কাষত গৈ উপস্থিত হ'ল। তাৰ পিছত পাৰপত্ৰ দেখুৱাই কলম্বোৰ ভিতৰেৰে খোজ কাঢ়ি কাঢ়ি গন্তব্যস্থলৰ ঠিক কাষতেই উপস্থিত হ'ল। পথৰ সিপাৰে আৰাজেন্তিউল আৰু নান্তেৰৰ দিশে বিস্তৃত সমভূমি, সম্পূৰ্ণ জনমানৱ শূন্য। সমভূমিৰ ওপৰত আৰ্বগেম আৰু স্তনয়ৰ নিঃ সঙ্গ পাহাৰ স্পষ্টভাবে থিয় হৈ আছে। পৰ্য্যবেক্ষণৰ বাবে ঠাইখণ্ড বৰ চমৎকাৰ।

'চোৱা, পাহাৰবোৰৰ পিনে চাই সভেজে কলে, 'প্ৰাচিয়ানবোৰ তাতে আছে।'

প্ৰাচিয়ান! তেওঁলোকে সিহঁতক কাকোৱে দেখা নেপালে। কিন্তু জানে— নৌপথৰ সৰ্ব্বত্ৰ সিহঁতে দখল কৰি ৰাখিছে অদৃশ্য অথচ শক্তি মদমত্ত হৈ লুট কৰিছে, ধ্বংসে কৰিছে নিৰ্বিচাৰে হত্যা যজ্ঞ পাতিছে। এই অপৰিচিত আৰু বিজয়ী লোকবোৰৰ প্ৰতি তেওঁলোকে কুসংস্কাৰগত ভীতিবোধৰ বাদেও এক গভীৰ ঘৃণাবোধ গঢ়ি তুলিছে।

সিহঁতৰ সতে যদি আমাৰ সাক্ষাৎ ঘটে তেন্তে আমি কি কৰিম? মৰিচতে প্ৰশ্ন কৰিলে।

আমাৰ সতে যোগ দিবলৈ কম, সঁচাকৈ নৌপথ নাগৰিক সকলৰ কাৰণেত উত্তৰ দিলে।

তথাপিও দুয়ো আগবাঢ়ি যাবলৈ ইতস্তত বোধ কৰিছিল। চতুৰ্দিশৰ নৈঃশব্দই তেওঁলোক

দুয়োকে ভীতিগ্ৰস্ত কৰি তুলিছিল। অৱশেষত সাভেজে সাহস সঞ্চয় কৰি কলে 'আহা' সাৱধানে আগবাঢ়ি যোৱা যাওঁক।

জোপোহাৰ আঁৰত লুকাই লুকাই চৰ্তুদিশৰ পিনে উদ্বিগ্ন চকুৰে দৃষ্টি ৰাখি প্ৰতিটো শব্দৰ লগে লগে সিহঁত ধীৰে ধীৰে আগবাঢ়িব ধৰিলে। নদীৰ কাষ পোৱাৰ আগতে দুয়ো এটুকুৰা মাটি পাৰ হব লাগিব। দুয়ো দৌৰিবলৈ আৰম্ভ কৰিলে। অৱশেষত তীৰ পাই জোপোহাৰ আঁৰত লুকাই পৰিল— ৰুদ্ধশ্বাস অৱস্থাত এক নিৰুদ্বিগ্ন মনেৰে।

মৰিচতৰ ভাব হ'ল তেওঁ যেন কাৰোবাৰ ভৰিৰ শব্দ শুনা পাইছে। মনোযোগেৰে কাণ পাতিলে যদিও কোনো শব্দ শুনা নাপালে। তেওঁলোক সঁচাই নিঃসঙ্গ। ঘৰ দ্বীপটোৱে দৃষ্টি পথৰ পৰা তেওঁলোকক ঢাকি ৰাখিছে। যি ঘৰটো ৰেক্তেৰা আছিল— এতিয়া সেইটো পৰিত্যক্ত, জনশূন্য। নিশ্চিত হৈ দুয়ো সমগ্ৰ দিনটো ভালদৰে ক্ৰীয়া বিনোদনৰ বাবে সাজু হ'ল।

প্ৰথম মাছটো সাভেজে ধৰিছে— দ্বিতীয় মাছটো মৰিচতে আৰু তাৰ পিছত প্ৰতি মিনিটত এটাকৈ মাছ তুলি দুয়ো সেইবোৰ ভৰিৰ কাষতে থকা জালখনত ভৰাব ধৰিলে। এইটো সঁচাকৈ এক অদ্ভুত কাণ্ড। মাহৰ পিছত মাহ বঞ্চিত হৈ থকাৰ পিছত দুয়ো আনন্দ মনে সময় কটোৱাৰ সুযোগ পালে — যিমান আনন্দ পায় তেনেকৈ এক পৰম উল্লাস দুই বন্ধুৱে অনুভৱ কৰিলে। আনকি দুয়ো যুদ্ধৰ কথাৰ কথাও পাহৰি গ'ল।

হঠাতে এটা গুড় গুড় ধ্বনি তেওঁলোকে শুনা পালে। ভৰিৰ তলৰ মাটি কঁপি উঠিল। ভালেৰি পাহাৰৰ পৰা কামান লগোৱা হৈছে। চকু তুলি মৰিচতে এটা ধোঁৱাৰ কুণ্ডলী দেখা পালে। তৎক্ষণাত আকৌ এটা বিস্ফোৰণ। তাৰ পিছত সেই ধ্বংসৰ পুনৰাবৃত্তি।

সিহঁতে ফেৰ মাৰিছে। দুয়োখন কান্ধতে জোকাৰণি তুলিছে— সাভেজে কলে।

স্বভাৱত শান্ত লোক মৰিচতে হঠাৎ এক অদম্য ক্ৰোধত কোঁপাই উঠিল - 'হতভগা মূৰ্খবোৰ! এজনে আন এজনক হত্যা কৰি কি যে আনন্দ পায়! সিহঁত পশুতকৈও অধম।

যিমান দিন আমাৰ চৰকাৰ থাকিব সিমান দিনলৈ এনেকৈয়ে চলি থাকিব।'

'হু, এয়ে হৈছে জীৱন'।

তাৰমানে তুমি কব খুজিছা মৃত্যুৰ কথা। মৰিচতে সহাস্যে কলে।

তেওঁলোকে বিভিন্ন ৰাজনৈতিক সমস্যা লৈ আলোচনা চলালে। ভালেৰি পাহাৰৰ ওপৰৰ পৰা কামানৰ লক্ষ্যৰে ফৰাচীৰ মাজলৈ পঠাব লগা হ'ল মৃত্যু আৰু বিষন্নতা।

হঠাৎ দুয়ো সচকিত হৈ উঠিল। পিছ মুহূৰ্ত্ততে যেন কাৰোবাৰ কণ্ঠস্বৰ শুনা গ'ল। পিছলৈ চাই দেখিলে কলা পোচাক পিন্ধা চাৰিজন বিশাল চেহেৰাৰ লোক থিয় হৈ তেওঁলোকৰ পিনে বন্দুক তুলি লৈছে। মাছ ধৰা চিপবোৰ হাতৰ পৰা পৰি পানীত ভাহি গ'ল।

কেইমিনিট মান পিছতে প্ৰাচিয়ান সৈন্যবোৰে দুই বন্ধুক বান্ধি পেলালে। ক্ষন্তেক পিছতে নাওঁত ভৰাই নদী পাৰ হৈ এটা দ্বীপলৈ লৈ গ'ল— যি দ্বীপক আমাৰ বন্ধুবোৰে জনশূন্য বুলি ভাবে। কিন্তু শীঘ্ৰেই দ্বীপ ঘৰটোত উপস্থিত হৈ দুই বন্ধুৱে নিজৰ ভুল বুজিব পাৰিলে। কাৰণ ঘৰটোৰ পিছফালে কুৰিজন বা তাতোকৈ অধিক সৈনাই থিয় হৈ আছে। বিশাল বলিষ্ঠ দেহৰ

এজন বিষয়াই এখন চকীত বহি বৰ আৰামেৰে এটা প্ৰকাণ্ড নল লৈ ধূমপান কৰিছে। তেওঁলোকক উদ্দেশ্য কৰি তেওঁ ফৰাচী ভাষাত কলে হে ভদ্ৰ মহোদয়। আপোনালোকৰ মাছৰ চিকাৰ বৰ ভাল হৈছিল নহয়নে?

ঠিক তেতিয়াই এজন সৈনিকে মাছ ভৰ্ত্তি জাল এখন আনি তেওঁৰ ভৰিৰ কাষত থলে, মাছবোৰ তেওঁ সযত্নে নিজৰ দায়িত্বত ৰাখিলে। বিষয়াজনে কলে, 'বৰ সুন্দৰ কথা কৰিছে দেখোন। কিন্তু এইবাৰ বিষয়টোৰ পৰিবৰ্ত্তন অনা যাওঁক। 'নিশ্চয় আমাৰ ওপৰত গোপনে দৃষ্টি ৰখাৰ বাবে আপোনালোকক পঠোৱা হৈছে। আমাৰ যাতে সন্দেহ নহয় সেইবাবে আপোনালোকে মাছ ধৰা অভিনয় কৰিছিল। কিন্তু আমি ইমান সৰল মানুহ নহয়। বৰং মুখ দেখি গৰ্ভ দেখা লোক। আমি আপোনালোক দুয়োকে ধৰা পেলাইছো আৰু গুলী কৰি শেষ কৰিম। আমি অৱশ্যে দুঃখীত কিন্তু যুদ্ধ যুদ্ধই, অগ্ৰৱৰ্ত্তী ৰক্ষকসকলক যেতিয়া আপোনালোকে অতি ক্ৰমি আহিছে তেতিয়া সংকেতিক শব্দটোও আপোনালোক নিশ্চয় জানে। সেইটো মোক কওঁক, মই আপোনালোকক মুক্তি দিম।'

দুই বন্ধুৱে বিবৰ্ণ মুখে থিয় হৈ থাকিল। দুয়ো সামান্য ভাৱে কঁপি উঠিছিল যদিও কোনোৱে একো উত্তৰ নিদিলে।

কোনোৱে কোনোদিনে একো কথাই নেজানিব। আপোনালোক নিঃশব্দে ঘৰলৈ উভতি যাব পাৰিব। লগতে ৰহস্যটোও আপোনালোকৰ সতে উধাও হৈ যাব। কিন্তু কৰলৈ যদি অস্বীকাৰ কৰে তেন্তে তৎক্ষণাত মৃত্যু হব— এই বাৰ নিৰূপণ কৰক।

দুই বন্ধু নিৰ্ব্বাক, নিস্পন্দ হৈ থাকিল। প্ৰাচিয়ান বিষয়াজনে নদীৰ দিশে চাই শান্ত কণ্ঠেৰে কলে, পাচঁ মিনিটৰ ভিতৰত আপোনালোক নদীৰ বুকুত সোমাই পৰিব। আপোনালোকৰ নিশ্চয় পৰিয়াল পৰিজন, বন্ধু বান্ধব সকলোৱে আপোনালোকৰ বাবে অপেক্ষা কৰি আছে।

তথাপি তেওঁলোকে নিচুপ হৈ ৰ'ল, কামানটো অবিৰাম গুড় গুড় শব্দৰে চলিছে, বিষয়া জনে নিৰ্দেশ দি বন্দীৰ কাষৰ পৰা বহা চকীখন টানি নিলে। এদল লোকে সিহঁতৰ কুৰি ফুটৰ ভিতৰত আগুৱাই আহি আদেশ পালনৰ বাবে প্ৰস্তুত হ'ল।

মই আপোনালোকক এক মিনিট সময় দিছো। তাৰে অধিক এক মুহূৰ্ত্তত দিব নোৱাৰো।

হঠাতে ফৰাচী দুজনৰ কাষলৈ আহি বিষয়াজনে মৰিচতক একাষলৈ মাতি নিলে। কাণত ফুচফুচাই কলে, সোনকালে সংকেতৰ কথাটো কৈ দিয়ক। আপোনাৰ বন্ধুৱে নেজানিব। তেওঁ হয়তো ভাবিব মই মত সলনি কৰিছো। কিন্তু মৰিচতকে উত্তৰ নিদিলে।

তাৰ পিছত সাভেজক একে ধৰণে মাতি নি সেই একেই প্ৰশ্নই কৰিলে। কিন্তু সাভেজেও কোনো উত্তৰ নিদিলে। বিষয়া জনে পুনৰ নিৰ্দেশ দিয়াত মানুহবোৰে দুয়ো বন্ধুলৈ সিহঁতৰ বন্দুক টোৱাই ললে। সেই মুহূৰ্ত্তত কেইফুট মান দূৰৈৰ ঘাহঁৰ ওপৰত পৰি থকা মাছ ভৰ্ত্তি জালখনৰ পিনে মৰিচতৰ দৃষ্টি স্থিৰ হৈছিল। দৃশ্যটোৱে তেওঁক দুৰ্বল কৰি পেলালে। প্ৰাণপণে চেষ্টা কৰিও তেওঁৰ চকু দুটাৰ পৰা ওলোৱা চকুলোক বাধা দিবলৈ সক্ষম নহল। বন্ধুৰ পিনে চাই কলে— বিদায় মচিয় সাভেজ! বিদায় বন্ধু!

বিদায় মচিয় মৰিচত।

এক মিনিট দুয়ো হাতত হাত থৈ থিয় দি ৰল। নিবিড় আবেগত দুয়োজনে কঁপিছিল। সেই আবেগ নিয়ন্ত্ৰণ কৰি ৰখাৰ ক্ষমতা তেওঁলোকৰ তেওঁলোকৰ নাছিল।

'গুলী চলোৱা। বিষয়া জনে নিৰ্দেশ দিলে।

মানুহবোৰে একেবাহে গুলী বৰ্ষণ কৰিলে। সাভেজ লুটি খাই পৰিল। দুয়োজনৰ মাজত দীৰ্ঘকায় মৰিচতে এক পাক খাই বন্ধুৰ দেহৰ ওপৰত আকাশৰ পিনে মুখ কৰি ছিটিকি পৰিল। দুয়োৰে বুকুৰ ক্ষতস্থানৰ পৰা তেজ মুক্ত গতিৰে বৈ গ'ল। বিষয়াজনে পৰবৰ্ত্তী আদেশ দিয়াৰ লগে লগে মানুহবোৰ উধাও হ'ল। ক্ষন্তেক পিছতে সিহঁতে হাতত জৰী আৰু শিল লৈ পুনৰ উপস্থিত হ'ল। সেইবোৰ সিহঁতে দুই বন্ধুৰ ভৰিৰ সতে বান্ধিলে। তাৰ পিছত সিহঁতৰ মাজৰ চাৰিজনে নদীৰ সোঁতৰ কাষলৈ নি অলপমান দোলাই যিমান দূৰলৈ পাৰি দলিয়াই দিলে। শিলেৰে গধুৰ কৰা দেহ দুটি তৎক্ষণাত বুৰ গ'ল। কিছু পানী উথলি উঠিল — সামান্য এক আলোড়নৰ সৃষ্টি হ'ল। তাৰ পিছত শান্ত গতিৰে জলস্ৰোত পুনৰ বৈ গ'ল। মাত্ৰ দেখা গ'ল সামান্য ৰক্তৰ ৰেখা পানীৰ ওপৰত ওপঙি উঠিছে।

বিষযাজনে শান্ত গতিৰে খোজ দি ঘৰটোৰ পিনে আগবাঢ়ি গ'ল আৰু বিৰবিৰকৈ কৈ গ'ল— 'এতিয়াও মাছবোৰ জীবিত অৱস্থাত পোৱা যাব।'

ভালদৰে দৃষ্টি নিক্ষেপ কৰি মাছ পূৰ্ণ জালখন তুলি ধৰিলে। পিছত মিচিকি হাঁহি মাৰি কলে— 'উইলহেম।'

বগা সাজ পিন্ধা এজন সৈনিক আহি উপস্থিত হ'ল। মাছবোৰ তাৰ হাতত তুলি দি বিষয়াজনে কলে 'এই মাছবোৰ জীয়াই থাকোতে ভাজি লোৱা, চমৎকাৰ সোৱাদ পাবা।

তাৰ পিছত স্ব-স্থানত উভতি গৈ চকীত বহি তমাকুৰ নলৰ পৰা ধোঁৱা এৰিব ধৰিলে। ❑

❑ অজ্ঞাত

# বিচাৰ



জৰীপ মহোদয়ে পথাৰৰ জোখ বহীত লিখি ল'লে। এইখিনি আবু হামিদৰ মাটি হলেও হামিদে কোনো সীমা দেখুৱাই দিয়া নাই। মাটিখিনি লৈ 'ৰাষ্ট্ৰ' আৰু ইব্ৰাহীম আবু হামিদৰ মাজত এটি বিবাদ লাগিছে। হামিদৰ কোনো বিকাৰ ঘটা নাই। সেয়ে বৰ নিশ্চিন্ত স্বৰে ক'লে, 'লিখক মহোদয়, যি মন যায় লিখক। কাগজৰ চিয়াহীতকৈ আৰু কি সস্তা আছে? পিছে মোৰ মাটি মই কোনো পথ্যে এৰি দিব নোৱাৰো।'

আবু হামিদে নিয়মিত মাটিত হাল বায়। খেতিৰ কাম কৰে। যোৱা পঞ্চাশ বছৰ ধৰি তেওঁ এই কাম কৰি আহিছে। পিতাক জীয়াই থাকোতেও সেই সক কালৰে পৰা সি এই কামত অভ্যস্ত। তাৰ পিছত বহুদিন হ'ল, পিতাকৰ মৃত্যু হ'ল। আবু হামিদৰ কাম এদিনো বন্ধ হোৱা নাই।

এদিন এদিনকৈ দিন বাগৰে— চাওঁতে চাওঁতে বছৰ বাগৰে। আবু হামিদে জৰীপ মহোদয়ৰ কথা প্ৰায় পাহৰি গৈছিল। এনে সময়ত হঠাৎ এদিন তাৰ হাইকৰ আদালতত ডাক পৰিল। তাৰ 'বিতৰ্কিত' মাটিৰ মোৰ্কদ্দমা চলিব— সেয়ে উপস্থিত থকা প্ৰয়োজন।

নিৰ্দ্ধাৰিত দিনত হামিদে হাইকৰ্ট আহি পালে। ল'ৰাটোৱেও কাম পেলাই থৈ পিতাকক সহায় কৰিবলৈ আহিছে। বিয়েই নহওক, পিতাকৰ বয়স হৈছে।

উচ্চস্বৰে নাম মতাত হামিদে প্ৰতীক্ষা কক্ষ এৰি ল'ৰাটোৰ সতে আদালত কক্ষত সোমাল। বিচাৰ আৰম্ভ হ'ল।

বিচাৰকে ক'লে, 'মাগডেল ফুৰম অঞ্চলৰ দাগ নং ৪৮, ব্লক নং ১৯৭০ ৰ মাটিখিনি যে তোমাৰ প্ৰমাণ কৰিব লাগে?

আবু হামিদে ক'লে, 'নিশ্চয় হুজুৰ। মাটিখিনি মই মোৰ পিতাৰ পৰা উত্তৰাধিকাৰী সূত্ৰে পাইছো। ঈশ্বৰে স্বৰ্গত মোৰ পিতাৰ মঙ্গল কৰক। প্ৰাৰ্থনা কৰো আপোনাৰ পিতাৰ আত্মাকো ঈশ্বৰে মঙ্গল কৰক।'

বিচাৰকে ক'লে, 'ওলট পালট কথা নকবা। পিতাক কিয় ইয়াৰ মাজলৈ টানি আনিছা? তোমাৰ মালিকী স্বত্ব প্ৰমাণ কৰাৰ বাবে দলিল আছেনে?

আবু হামিদে অলপ ভাবি ক'লে, 'আকৌ কৈছো হুজুৰ। মাটিখিনি মই মোৰ পিতাৰ পৰা পৈত্ৰিক সম্পত্তি হিচাপে পাইছো। সেই পোন্ধৰ বছৰ বয়সতে মই মোৰ পিতাৰ সৈতে মাটিৰ কামত লাগিছিলো।

এয়া কোনো প্ৰমাণ নহয়। বিচাৰকে ক'লে। তাৰ বাদে এই মাটিৰ ষাঠি শতাংশ মাত্ৰ শিলৰ টুকুৰা। এই মাটি ৰাষ্ট্ৰৰ সম্পত্তি।

আবু হামিদ চিঞৰি উঠিল 'কি কৈছে হুজুৰ। ষাঠি শতাংশ বা সত্তৰ শতাংশৰ কথা নাজানো, কিন্তু এইটো জানো যে এই মাটিত ট্ৰেক্টৰ চলাই খেতি কৰিব পাৰি। দুই এটা পাথৰৰ টুকুৰা ইফালে সিফালে আছে সঁচা, কিন্তু তাতো ডিমৰু গছ গজে, আঙুৰ লতাৰ খেতি হয়। মাটি মুঠেই অনুৰ্বৰ নহয়। মোৰ পিতাই সমগ্ৰ জীৱন মাটিৰ পৰা শিল গুচাইছে। ময়ো অতদিনে তাকে কৰি আহিছো। ৰাষ্ট্ৰই আৰু মাটি বিচাৰি নেপালেনে? মোৰ এই মাটিৰ ওপৰতহে চকু পৰিল।'

বিচাৰকে ক'লে, 'তোমাক মই সাৱধান কৰি দিছো বাজে কথা নকবা। ৰাষ্ট্ৰই কেতিয়াও কাৰো সম্পত্তি দখল নকৰে। এয়া তাৰ পবিত্ৰ অধিকাৰ।'

অধিকাৰ? হামিদে প্ৰশ্ন কৰিলে। মই জানো হুজুৰ, ৰাষ্ট্ৰ বৰ চহকী আৰু মোৰ বুলিবলৈ হ'লে মোৰ দেহত এই কেইডাল হাড আৰু ছাল। ইয়াৰ ওপৰত ৰাষ্ট্ৰই কোনমুখে দাবী কৰে হুজুৰ?

বিচাৰকে ক'লে, 'শুনা, তুমি পাহৰি নেযাবা যে এতিয়া তুমি আদালতত উপস্থিত আছা। এনে ধৰণৰ অবাস্তৱ কথা ইয়াত নকবা।'

বিচাৰকে কিবা অলপ ভাবি পুনৰ ক'লে, 'এটা কাম কৰা যাওঁক, ৰাষ্ট্ৰই বৰং মাটিৰ আধাখণ্ড লওঁক আৰু তুমি আধাখণ্ড লোৱা।'

আবু হামিদে মূৰ জোকাৰি ক'লে 'কিয় হুজুৰ! মোৰ পিতাই মোক দেখোন এবাৰো কোৱা নাছিল যে ৰাষ্ট্ৰৰ নামত মোৰ আৰু এজন ভাই আছে নাইবা মাটিখিনি তাৰ সতে ভগাই লব লাগিব। অত্যন্ত বিৰক্ত হৈ বিচাৰকে খঙেৰে ক'লে, 'শুনা, মই যি কৈছো ভালে ভালে মানি লোৱা। ইয়াতেই তোমাৰ মঙ্গল হব বুজিছা?'

আবু হামিদে প্ৰতিবাদ কৰি উঠিল 'হুজুৰ। আপোনাৰ বিচাৰৰ ৰায় কণা হাইক পতান দিয়াৰ দৰে — ইয়াৰ পৰা গোন্ধ ওলাইছে।'

আবু হামিদ আৰু থিয় হৈ নেথাকিল। এনে অবিচাৰ চিৰকাল চলি থাকিব নোৱাৰে। কেতিয়াও নোৱাৰে। এইবুলি আবু হামিদে ভোৰ ভোৰাই লাঠীডাল লৈ আদালতৰ পৰা ওলাই আহিল। ❑

❑ মূল ৰচনা ঃ আবু ৰায়েদ

# বিনিদ্ৰ ৰজনী



অন্য মনস্কভাৱে হাতখন দাড়ি সি এবাৰ ঘড়ীটোলৈ চালে। ৰাতি বাৰ বাজিছে। চেকেণ্ডৰ কাটাডাল তাৰ চকুৰ আগত নিশব্দে ঘূৰি থাকিল—যেন নতুন দিনৰ পোহৰ ওলোৱাৰ আগতেই তাক আকৌ এবাৰ শুবলৈ ক'লে।

অস্ফুট সুৰেৰে সি আপোনা আপুনি উচ্চাৰণ কৰিলে আৰু তিনিঘন্টা। ইচ্ছা কৰিলেই আৰু অলপ শুই ল'ব পাৰি। যদিহে ঠিক সময়ত সাৰ নাপাওঁ? এই বিশেষ মুহূৰ্ত্তটোৰ বাবেই মই প্ৰতীক্ষা কৰি আছোঁ। এই দিনটোৰ বাবেই যে কিমান দিন অপেক্ষা কৰিছোঁ। খালিদ অলপ উত্তেজিত হ'ল। অতীতৰ ঘটনাবোৰ মানস পটত ভাঁহি উঠিল।

প্ৰতি বৃহস্পতিবাৰৰ পুৱাই মই আইক কৈছিলো—মোক পথাৰলৈ যাবলৈ দিয়া, আই।' তেওঁ কেতিয়াবা অনুমতি দিয়ে কেতিয়াবা নিদিয়ে। কিন্তু মই যথেষ্ট শক্তিমান আছিলো। কাচিখন বলিষ্ঠ হাতেৰে ধৰিব পাৰিম। খেতি চপোৱাৰ সময়ত পিতাক সহায় কৰিব পাৰিম। গাঁৱৰ সকলোৱে কয়, কাৰোবাৰ বয়স বোল্ল বছৰ হ'লেই সি ডেকা হৈ যায়। আয়ে কয়, মোৰ বয়স দহ। তেতিয়া আইৰ গণনাত নিশ্চয় ভুল হৈছিল।

'খবৰদাৰ', অহা বৃহস্পতিবাৰে তুমি পিতাৰ সতে পথাৰলৈ নাযাবা। আয়ে কিয় এনেকৈ কুকুচাই মোক সাৱধান বাণী শুনালে মই বুজিব নোৱাৰিলো। ৰব চিন্তিত হৈ বিছনাত শুই আছে। চুৰুট হুঁপি হুঁপি ক্ৰমাগতভাৱে আৰু ধোঁৱাৰ কুণ্ডলীৰ ফালে গভীৰ দৃষ্টিৰে পৰ্য্যবেক্ষণ কৰিছে। নিশ্চয় পিতাই কিবা গধুৰ কথা চিন্তা কৰিছে। আইৰ কথাবোৰ

মোৰ একেবাৰে ভাল নালাগিল। আয়ে মোক এতিয়াও নাবালক বুলিয়ে ভাবে। মাত্র দহ বছৰীয়া ল'ৰা...বয়সৰ হিচাপেৰে জানো দিনৰ গণনা হয়? মই পথাৰলৈ যাবই লাগিব খেতি চপোৱাত পিতাক সহায় কৰিবই লাগিব।

পিতাই মোৰ পিনে চালে, তেওঁৰ মুখৰ ভাব সলনি হ'ল। তেওঁ ক'লে, বাছা, শুন তই এই মাটিতেই উপজিছ- ডাঙৰ হৈছ। তোৰ তেজ-মঙহ-হাড়-ছাল এই মাটিৰেই দান। ময়ো এই মাটিতেই উপজিছো, মোৰো ৰক্ত মাংস এই মাটিৰেই দান। আমাৰ পূৰ্ব্বপুৰুষসকলৰ ঘাম, তেজ, মঙহ মিহলি হৈ আছে এই মাটিৰ বুকুত। কিন্তু আজি—তেওঁ নীৰৱ হ'ল।

বাঃ চমৎকাৰ। তেন্তে অহা বৃহস্পতিবাৰে এই মাটিত মোৰ তেজ মঙহ আৰু ঘাম বেছিকৈ মিহলাই দিবলৈ তোমাৰ সতে পথাৰলৈ মোক যাবলৈ দিবা?

'নহয়, বাছা এই বৃহস্পতিবাৰে নহয়।'

তুমি ভাবানেকি, যিসকলে আমাৰ দেশৰ মাটি বলেৰে দখল কৰিবলৈ আহিছে সেই ইহুদী সকললৈ মই ভয় কৰোঁ? দুমাহ আগতে কিনা তোমাৰ সেই ৰাইফলটোৰে যেতিয়া গুলী চলিব তেতিয়া মই তোমাৰ কাষতে থাকিম। সিহঁতৰ পিনে শিলগুটি দলিয়াম। কিন্তু পিতা, তুমি সেই ৰাইফলটো দিনত লুকুৱাই থৈ কেৱল ৰাতিহে ব্যৱহাৰ কৰা কিয়? এইটো দেখোন দেখাত বৰ ধুনীয়া। আমাৰ দেশখন ৰক্ষা কৰাতো ই সহায় কৰিছে।

তেওঁ দীৰ্ঘ নিশ্বাস পেলালে। চুৰটৰ ধোঁৱাৰ আঁৰত মুখৰ ভাবধাৰা লুকুৱাই ৰাখিবলৈ বিচাৰিলো। আইৰ পিনে চাই দেখিলো, চকুলো ওলাইছে। তেন্তে মই বৃহস্পতিবাৰে পথাৰলৈ যাব নোৱাৰিম। ৰাইফলটো দিনত কিয় লুকুৱাই ৰখা হয়? পিতাই যেন যন্ত্ৰণাখিনি লুকুৱাবলৈ বিচাৰিছে। আয়ে চকুলো টুকিছে।

মই চিন্তা কৰিলো পিতাই মাৰ যি গহনা বিক্ৰী কৰি ৰাইফলটো কিনিছে তাৰ শোকতেই চাগে আয়ে কান্দিছে। কিন্তু ৰাইফলটো দেখোন গহনাবোৰতকৈ বেছি ধুনীয়া, সোণতকৈও বেছিকৈ জিলিকিছে। সোণৰ পৰাতো মাটি তৈয়াৰ কৰিব নোৱাৰি। বৰঞ্চ মাটিৰ পৰাহে সোণ পোৱা যায়। কপাহ, গম, কমলা, নেমু, খেজুৰ সকলোবোৰেতো এই সুন্দৰ মাটিৰ দান।

মই আৰু মোৰ পাঁচজন ভাইটিয়ে ডিমৰু গছজোপাৰ তলত উমলি ফুৰোঁ। সিহঁতৰ স'তে ওমলিছিলো, আৰু সিহঁতক তদাৰকো কৰিছিলোঁ। তাৰ পিছত ইহুদীসকল আহিল। সিহঁতে সিহঁতৰ হিংসাৰ তৰোৱাল দাঙি ধৰিলে। হায়, আমাৰ সেই স্ফূৰ্ত্তিৰ আৰু মৰমৰ গছজোপা আজি ক'লৈ গ'ল?

অন্য মনস্ক ভাবে খালিদে আকৌ এবাৰ ঘড়ীটোলৈ চালে। নিশা বাৰ বাজি পোন্ধৰ মিনিট। ইস্ ঘড়ীৰ কাঁটা দুডাল চলা নাই নেকি? বেয়া হ'ল নেকি? ইমান পৰে মাত্র পোন্ধৰ মিনিটহে গৈছেনে? বেচেৰা ঘড়ীটো নিশ্চয় বৰ লাহে লাহে চলিছে—।

সেই ঘটনাৰ দুবছৰৰ আগতে খুৰাদেৱে এই ঘড়ীটো কিনিছিল। এইটো বৰ দামী আৰু মোহনীয় ঘড়ী আছিল। খুৰাই এই ঘড়ীটোৰ বাবেই গৰ্ববোধ কৰিছিল। তাৰ পিছত দিনৰ পিছত দিন পাৰ হৈ গ'ল। সময়ত খুৰা আমাৰ গাওঁ আৰু সকলোকে এৰি গুচি গ'ল।

এই গডীটোৱে মাথো সেই স্মৃতিবোৰ সজীৱ কৰি ৰাখিছে।

'খুৰা। ঘড়ীটো মোক দিবানে?'

'চোৱা পোনাকণ, তুমি মোৰ বৰ মৰমৰ ভতিজা আৰু এই ঘড়ীটোও মোৰ বৰ আদৰৰ। এইটোৱে মোৰ সকলো হেৰুওৱা স্মৃতি মানসপটলে ওভোতাই আনে মোৰ সমস্ত সামগ্ৰীৰ ভিতৰত এইটোৱেই মাত্ৰ বৈ গৈছে। ব্ৰিটিছ আৰু ইহুদীসকলৰ বিৰুদ্ধে যুদ্ধ কৰা বছৰবোৰত এইটোৱেই আছিল মোৰ সংগ্ৰামৰ লগৰী।

বৰ ধীৰে ধীৰে দিনবোৰ পাৰ হৈ গ'ল। ঘড়ীটোৰ দৰেই প্ৰচণ্ড উদ্বেগময় তাৰ গতি। একোটা একোটা দিন যেন একো একোটা বছৰতকৈও দীঘলীয়া।

বৃহস্পতিবাৰ। সকলো ঘটনাই মোৰ বঢ়িয়াকৈ মনত আছে। আমি সকলো ডিমৰু জোপাৰ তলত বহি আছিলো। খুৰাই মোক ক'লে, পোনাকণ মনত পৰেনে আঠ বছৰৰ আগতেই তুমি এই ঘড়ীটো মোৰ পৰা বিচাৰিছিলা?'

'আঢৈ কুৰি বছৰ বয়সতো দেখোন তোমাৰ স্মৃতি বেছ ভালদৰে মনত আছে খুৰা।

কোনো কোনো ঘটনাই মানুহৰ অন্তৰত ইমান গভীৰ ভাৱে ৰেখাপাত কৰে যে সি কাহানিও মচ নাখায়। তুমি মোৰ নিজৰ সন্তানৰ দৰে। যুদ্ধত মৃত্যু বৰণ কৰাৰ আগতে পিতাযো মোক সন্তানৰ দৰেই ভাবিছিল। কান্দোনত তেওঁৰ কণ্ঠস্বৰ বৈ গ'ল। ঘড়ীটো তেওঁ সোলোকাই পেলালে। দুচকুৰ পানী মচি মচি ঘড়ীটো মোৰ হাতত পিন্ধাই দিলে।

আমাৰ পাঁচজন ককাই-ভাইৰ স'তে খুৰাই সেইদিনা বহুপৰলৈ কথা পাতিলে। বহু খেল,স্ফূৰ্তি তামাচা কৰিলে। তেতিয়া সবাতোকৈ সৰু ভাইটোৰ বয়স আঠবছৰ মোৰ ওঠৰ। মাজ-ৰাতিৰ পিছত যেতিয়া সভা ভাগিল, খুৰাই মোক ফুচফুচাই ক'লে—'এতিয়াৰ পৰা তুমিয়ে এই পৰিয়ালৰ মুখ্য হৰ্তাকৰ্তা। মনত ৰাখিবা তোমাৰ দেউতাই দেশৰ বাবে প্ৰাণত্যাগ কৰিছে। মনত ৰাখিবা তোমাৰ দুজন ভায়েৰাক এই ইহুদী শত্ৰুৱে হত্যা কৰিছে। মনত ৰাখিবা তুমি এটা অঘৰী, তোমাৰ দেশ মাতৃক নি ধৰ্ষণ কৰিছে। মই এটি বিশেষ কামত এসপ্তাহৰ বাবে বাহিৰলৈ যাম। তোমাৰ ভায়েৰাহঁতক চাবা আৰু দেশক ভাল পাবলৈ শিকিবা।'

জোনবাই হেৰাই গ'ল। গছৰ পাত সৰিল। বিষন্ন পৃথিৱী জুৰি হুৰ হুৰাই বতাহ বৈ গ'ল। তিনি দিনৰ পিছতে গাঁৱৰ মানুহে আমাক এজন বীৰৰ মৃত্যুৰ খবৰ দিবলৈ আহিল।

খালিদে ঘড়ীটো স্পৰ্শ কৰিলে যেন নিজৰ অতি চেনেহেৰ সন্তানহে। তাৰ পিছত চকু মুদিলে।

স্মৃতিৰ দৃশ্যবোৰ মনৰ দাপোণত দুৰন্ত বেগেৰে প্ৰতিফলিত হ'বলৈ ধৰিলে। ধাৰাবাহিক খেল এখনৰ দৰে তাক টানি লৈ গ'ল এটা দিনৰ পিছত অন্য এটি দিনলৈ—এটি বছৰৰ বুকুলৈ। তম্বুৰ ভিতৰৰ প্ৰচণ্ড হাড় কঁপোৱা জাৰতো তাৰ কপালত বিন্দু বিন্দু ঘামাৰ টোপোল বিৰিঙি উঠিল। মুখৰ অভিব্যক্তি পৰিবৰ্তিত হৈছে সঘনে। 'সাম্ৰাজ্য বাদীসকলৰ সমৰ্থন নোপোৱা হ'লে ইহুদীবোৰ সিহঁতৰ এই ৰাজত্ব গঢ়িবলৈ কেতিয়াও সক্ষম নহ'লহেঁতেন।' সি মুষ্টিবদ্ধ হাত তুলি তম্বুৰ গাতেই এটি ঘোচা শোধালে। উত্তেজনাত উঠি বহিল। কিন্তু

খন্তেক পিছতেই শুই পৰিল।

'আমাৰ জনগণ সংগঠিত নাছিল বাবেই শত্ৰু ১৯৪৮ চনৰ যুদ্ধত বিজয়ী হৈছিল। জনগণে সীমিত শক্তিৰেই থিয় হৈছিল ইহুদী আক্ৰমণৰ বিৰুদ্ধে। শত্ৰু সৈন্যও এই আক্ৰমণত চামিল হৈছিল। তেওঁলোক ব্ৰিটিছৰ বিৰুদ্ধে যুঁজিবৰ বাবে প্ৰস্তুত আছিল। অথচ মুষ্টিমেয় কেইজনমান লোকে দেশখনক বিক্ৰী কৰি দিলে, মাতৃভূমিক আৰু জনগণক।'

খালিদে দাঁত কামুৰি অস্ফুট স্বৰে ক'লে—'সেই দিনৰ সৈতে আজিৰ পৰিস্থিতিৰ কি যে অদ্ভুত মিল। কালি— সাময়িক যুদ্ধ বিৰতি আলোচনা, ৰোড্‌ছ্‌ চুক্তি আৰু তাৰ ফলতেই কত মানুহ আজি অঘৰী হৈ তম্বুৰ তলত। আৰু আজি— ৰাষ্ট্ৰ সংঘ, শান্তি আত্মসমৰ্পণৰ প্ৰস্তাৱ আৰু চক্ৰান্ত। ৰজাৰ্ছ পৰিকল্পনা, বিশ্বসঘাতকতা, আকৌ তম্বুৰে তম্বুৰে হেজাৰ হেজাৰ উদ্বাস্তুলোকৰ ভিৰ।'

ক্ৰমাৎ কঠিন হৈ আহিল খালিদৰ মুখমণ্ডল। চকুত দৃঢ় সংকল্পৰ ভাষা। কেই মুহূৰ্ত্তমানৰ পিছতেই মুখত হাঁহি বিৰিঙি উঠিল।

আজি জনগণ সংগঠিত হৈছে। তেওঁলোকে যুদ্ধ কৰি নিজস্ব অধিকাৰ কাঢ়ি অনাৰ বাবে প্ৰস্তুত। জনগণে জন্ম দিছে দৃঢ় সংকল্পবদ্ধ নতুন বীৰসকলক। সুস্পষ্ট আজি বিপ্লৱৰ পথ। সেয়ে আজি আমি গাইছোঁ—

হে মোৰ ভাইসকল,

দৃঢ় আস্থা ৰাখিছো আমি আমাৰ ভ্ৰষ্ট আৰু শৃংখলিত জনতাৰ হাতত। সেয়ে হাতত তুলি লৈছো বন্দুক। উত্তৰ পুৰুষে কাঁচি চলাব লাগিব স্বাধীনভাৱে। খালিদ! খালিদ। উঠা সময় হ'ল। ভাই! টোপনিতে তুমি গীত গাইছিলা— বজ্ৰৰ দৰে গম্ভীৰ আৰু নিজৰাৰ দৰে জুৰ কণ্ঠৰে। উঠি প্ৰস্তুত হোৱা। খন্তেক পিছতে আমি আগবাঢ়িব লাগিব।

খালিদে চকু মেলিলে। সি যে এঘুমটিও মৰা নাই। ঘড়ীটোলৈ চালে। তাৰ সমস্ত দেহ যেন এক অনাস্বাদিত পুলকত শিহৰি উঠিছে।

'আজি বৃহস্পতিবাৰ।'

প্ৰতি সপ্তাহৰ এই দিনটোতেই মই পিতাৰ সৈতে পথাৰলৈ গৈছিলো। তেওঁক সহায় কৰিছিলো। খালিদ ধৰফৰাই থিয় হ'ল। তাৰ চকুহাল জলমল কৰি উঠিছে। তাৰ দলৰ বীৰসকলৰ দৰে সিও প্ৰস্তুত হ'ল। কান্ধত তুলি ল'লে মেচিনগান। তাৰ পিছত মূৰ তুলি খোজ দিলে। সিহঁতৰ কণ্ঠস্বৰে একেই গানৰ সুৰত ঐক্যতান তুলিলে।

'হাতত তুলি লৈছো বন্দুক
উত্তৰ পুৰুষে
কাঁচি চলাব লাগিব স্বাধীনভাৱে। ❑

❑ আব্দুল মাতি আবুল নাগা

# চৰাই



নিচেই কাষৰ পৰা চৰাই এটা কেনেকুৱা বাৰু দেখি দেউতা?

— এনে ধৰণৰ প্ৰশ্ন এটাৰ সন্মুখীন হ'ব লাগিব বুলি মই কাহানিও ভবাই নাছিলো।

— শিশুকালত মই এখন গাওঁত আছিলো। দশোদিশে শস্যৰ পথাৰ। সেই পথাৰত মুকলি মূৰীয়াকৈ ঘূৰি ফুৰিছিলো। পুৱাৰ পৰা সন্ধিয়ালৈ দেখিছিলো বিভিন্ন ৰঙী চৰাই। কেতিয়াবা কেতিয়াবা আকৌ জাক পাতি অহা চৰাইও দেখিছিলো। বিভিন্ন সময়ত বিভিন্ন চৰাই চিৰিকতিৰ মাত শুনিছো। কিন্তু একেবাৰে কাষৰ পৰা চৰাই নিৰীক্ষণ কৰিলে কেনে লাগিব— এনে ধৰণৰ কথা তেতিয়া এবাৰো ভবা নাছিলো।

কিন্তু এদিন মোৰ সৰু ল'ৰাটোৱে ৰব পুৱাতে মোক চিন্তাত পেলালে। সুধিলে নিচেই

কাষৰ পৰা চৰাই তুমি দেখিছানে দেউতা? কেনেকুৱা বাৰু দেখি? সৰু ল'ৰাটোৰ কথা শুনি মনলৈ তৎক্ষণাত ভাব আহিল চহৰ জীৱনৰ যান্ত্রিকতাই নিশ্চয় তাক আমনি দিছে। কাজেই সি এনে ধৰণৰ এক প্রশ্ন উত্থাপন কৰিছে। কথাষাৰ ভাবি তৎক্ষণাত কোনো উত্তৰ দিব পৰা নাছিলো বাবেই সি হয়তো পুনৰ সুধিছে।

'বাৰু দেউতা, মই কাষলৈ গলেই চৰাইবোৰ কোনফালে উৰি যাযগৈ?'

মই বৰ গহীনাই ক'লো, 'ভয়তে বোপা!'

'কে'লৈ ভয় খায়?'

'তুমি ধৰিবা বুলি!'

— কিন্তু মই দেখোন চৰাই ধৰিবলৈ নেযাওঁ। মাত্র চৰাইৰ কাষলৈ গৈ চাবলৈ মন যায়। চৰাইবোৰ দেখিবলৈ কি যে মনোমোহা।

তোমাৰ মনৰ ভাব চৰাইবোৰে বুজি নেপায় নহয।

কাষলৈ গলেই চৰাইবোৰে ধৰি মাৰিবা বুলিয়েই ভাবে। সেইবাবে উৰি যায় ...... চৰাই উৰি,নগৈ তোমাৰ কাষতে বৈ থাকিলে তুমি জানো ধৰিবলৈ ইচ্ছা নকৰিবা?

'কেতিয়াও নকৰো। মোৰ কিন্তু চৰাইটোৰ কাষতে বহি তাক চাই থাকিবলৈ মন যায়।'

— কথা নবঢ়াই মোৰ সৰু ল'ৰাটো আঁতৰি গ'ল। কিন্তু ল'ৰাটোৱে কোৱা কথাই মোক চিন্তান্বিত কৰি তুলিলে।

নিচেই কাষৰ পৰা চৰাই এটা চালে কেনে লাগিব? সেই ভাব মোৰ মনলৈ এতিয়াহে আহিব ধৰিলে। কাজেই ল'ৰাটোৰ লগতে মোৰ মনৰ আশাও পূৰণ কৰাৰ কথা ভাবিব ধৰিলো।

পিছদিনা চৰাই বন্দী কৰি ৰাখিব পৰা সজাঁ এটা যোগাৰ কৰিলো। সজাঁৰ লগতে চৰাই দুটাও কিনিলো। মোৰ সৰু ল'ৰাটো আনন্দত মতলীয়া হ'ল। ল'ৰাটোৱে সম্ভৱত ভবাই নাছিল যে তাৰ মনোবাঞ্ছা ইমান সোনকালে পূৰণ হব?

সৰু চৰাই দুটাৰ চি- চিএৰনি আৰু মোৰ সৰু ল'ৰাটোৰ খিলখিল হাঁহিৰে ঘৰ উপচি পৰিল। ল'ৰাটোৱে মোৰ কাষলৈ আহি কোন চৰাইটোৱে কেনেকৈ আহাৰ খাইছে, কোনটো চৰাইয়ে কেনেকৈ পাখি জোকাৰিছে প্রত্যেকৰে একোটা বর্ণনা দিব ধৰিলে।

এদিন ল'ৰাটোৱে মোক ৰঙীন পেঞ্চিল আনিবলৈ বৰকৈ কুটুৰিলে। ৰঙৰ পেন্সিলেৰে সি হেনো চৰাই দুটাৰ নক্সা আঁকিব। চৰাই দুটাৰ গাৰ ৰং যেনে ঠিক তেনে ধৰণৰ ৰং নক্সাত দিব ইত্যাদি. .... ।

মই উপায়হীন হৈ তাক এক পেকেট ৰং পেঞ্চিল আনি দিলো।

ক্রমাৎ কিছুদিন অতিবাহিত হোৱাৰ পিছত অর্তকিতে লক্ষ্য কৰিলো যে ল'ৰাটোৱে মন মাৰি জুপুকা লাগি বহি আছে।

কি হ'ল সোণ; তুমি যে মন মাৰি আছা?

চৰাই দুটা..........

কি হ'ল চৰাইৰ দুটাৰ .... উৰি গ'ল নেকি?

উৰি যোৱা নাই। সিহঁতে অনশন কৰিছে।

কিয় ?

নেজানো। চৰাই প্ৰতিপালনৰ বিষয়ে মই এখন কিতাপ কিনিছিলো। ল'ৰাটোৰ কথাত সেইদিনা ভালদৰে কিতাপখন পঢ়িলো। কিতাপত বন্দী চৰাইৰ চাল-চলন, প্ৰয়োজনীয় প্ৰতিকাৰ আদিৰ কথা লিখা আছিল। পিছদিনা কিতাপত লিখা লক্ষণৰ লগত চৰাইৰ লক্ষণ বিজাই চালো আৰু অজানিত আশঙ্কাই মোৰ মন চেপি ধৰিলে। নিশ্চয় চৰাই দুটাৰ সংক্ৰামক ৰোগ হৈছে।

ল'ৰাটোৰ কথা ভাবি মোৰ মনলৈ আহিল যদি সংক্ৰামক ৰোগ হয় তেন্তে সৰু ল'ৰা এটা চৰাইৰ পৰা নিৰাপদ দূৰত্বত থকা প্ৰয়োজন। সেইকথা ভাবিয়েই মই ল'ৰাটোক ক'লো, 'বোপা, চৰাই দুটা সজাঁত বন্দী হৈ থাকিবলৈ ভাল পোৱা নাই।'

কিন্তু দেউতা, 'চৰাই দুটা যে প্ৰথমে এনে ধৰণেৰে একো নোখোৱাকৈ থকা নাছিল।'

— সজাঁত বন্দী হৈ থাকিও খাবলৈ পোৱাত আগতে সিহঁতে বেয়া পোৱা নাছিল। কিন্তু সদায় এনেকৈ থাকি ভাল নেপায়।

সেইবাবেই খাব নিবিচাৰে নেকি ?

'সেইবাবেই খাব খোজা নাই বোপা।'

ল'ৰাটোৰ মুখলৈ লক্ষ্য কৰি পুনৰ ক'লো, 'চৰাই দুটা এৰি দিয়াহেঁতেন সিহঁতে মনত বৰ স্ফূৰ্ত্তি পাব।'

মোৰ কথাত ল'ৰাটোৰ মুখখন গোমোঠা পৰিল। সি একো উত্তৰ নিদি সজাঁটোৰ কাষলৈ গ'ল আৰু চৰাই দুটাৰ নতুন বন্দীত্বৰ কিবা উপায় উলিয়াব পাৰে নেকি এই কথা ভাবিবলৈ ধৰিলে।

— ছোো বুজি ল'ৰাটোক পুনৰ ক'লো, 'এনেদৰে যদি চৰাই দুটাক সজাত বন্দী কৰি ৰাখা তেন্তে খাবলৈ নেপাই মৰিব।'

— মই চৰাই দুটা ওচৰৰ পৰা চাওঁহে। একো নকৰো। এছাৰিৰেও খোচ মাৰি নিদিও। চৰাই দুটাই ভয়ত নেখাবলৈ আৰু ভোকত নেথাকিবলৈ মই কওঁ।

'ভয়ত নেখাবলৈ আৰু ভোকত নেথাকিবলৈ' ঠিক এনে ধৰণৰ চিন্তা সৰু ল'ৰাটোৰ মনলৈ কেনেকৈ আহিল ? ইমান তাৎপৰ্যপূৰ্ণ কথাষাৰ ল'ৰাটোৱে কেনেকৈ ভাবিলে ? এনে এক চিৰন্তন প্ৰশ্নই যে পৃথিৱীৰ চালিকা শক্তি, ক্ষুধাৰ তাড়নাতেই দেখোন পৃথিৱীৰ মানুহ নানান দিশেৰে ধাবমান।

ল'ৰাটোৰ কথা শুনি মই স্তব্ধ হৈ গলো। সমগ্ৰ পৰিস্থিতিটোৱে গম্ভীৰ হৈ পৰিল। ল'ৰাটোক মই বিশেষ জোৰ দিবলৈ চেষ্টা নকৰিলো। ভাবিলো তাৰ সিদ্ধান্ত সি নিজেই লওঁক।

আঁৰে আঁৰে চাই দেখিলো মোৰ ল'ৰাটোৱে কিবা চিন্তা কৰি লাহে ধীৰে সজাঁটোৰ পিনে আগুৱাই গৈছে আৰু থুপুক থাপাক খোজেৰে গৈ সজাঁটোৰ সাৰ্কখন খুলি দিলে। এনেকৈ সাৰ্কৰ খোলাত চৰাই দুটাই প্ৰথমতে ভয় খাইছিল পিছ মুহূৰ্ত্ততে এটা চৰাই সাৰ্কৰ সুৰুঙাইদি ভুটুংকৈ উৰা মাৰি গৈ ঘৰৰ চালখনত পৰিলগৈ। সম্ভৱত, অভ্যাসৰ গুণত চৰাই দুটাৰ পাখি দুখন জঠৰ হৈ পৰিছিল।

সজাৰ পৰা মুকলি হৈ যোৱাৰ পিছত চৰাই দুটা দেখাত এনেহেন লাগিল যেন সিহঁত

এতিয়া নির্ভয়, নিঃসঙ্কোচ আৰু সিহঁতৰ ভোকৰ তাড়নাও নাই। ল'ৰাটোৱে এই দৃশ্য চাই ৰ'ল। ইমান দিনে নিচেই কাষৰ পৰা পোৱা চৰাই দুটাৰ কাষলৈ ল'ৰাটো আগবাঢ়ি গ'ল। সি ওচৰলৈ যোৱাৰ লগে লগে চৰাই দুটা উৰিবলৈ ধৰিলে আৰু কাষৰ গছ এজোপাৰ ডালত পৰিলগৈ। মই জানিছিলো যে চৰাই দুটা একে কোবে উৰি বহু দূৰলৈ যাব নোৱাৰে।

মোৰ ল'ৰাটোৱে এই কথা জানিলে শিহৰি উঠিব। উৰিব নোৱাৰিলে আকৌ কোনোবাই ধৰি নিব বুলি ভয় খাব।

মই ক'লো, 'এৰি দিয়া হ'ল যেতিয়া চৰাইৰ পিছে পিছে দৌৰি ফুৰিব নেলাগে বোপা। এনেকুৱা চৰাইয়ে সৰু গছত বাঁহ সাজিব। মুকলি মূৰীয়াকৈ থাকিব।'

ল'ৰাটোৱে কোনো উত্তৰ নিদিলে। মুখত তাৰ বিষাদৰ ছাঁ।

বহুদিন অতিক্ৰমি গ'ল। যোৰ পাতি উৰি যোৱা সৰু চৰাই দেখিলেই ল'ৰাটোৰ মন চঞ্চল হৈ উঠে আৰু পিছ মুহূৰ্ত্ততে বিষাদে তাৰ মন আবৰি ধৰা কথাটো মই বহুদিন লক্ষ্য কৰিছো। ল'ৰাটোৰ বিষাদ মলিন মুখখনলৈ চাই মোৰো বেয়া লাগে।

এদিনৰ কথা। মোৰ সৰু ল'ৰাটো দৌৰি দৌৰি মোৰ কাষলৈ আহিল। মই সিদিনাৰ বাতৰি কাকতখন পঢ়ি আছিলো। মোৰ গাত হাতখন থৈ সি মোক ইঙ্গিতেৰে পিছে পিছে আহিবলৈ ক'লে। একো এটা বুজিব নোৱাৰি ল'ৰাটোক অনুসৰণ কৰিলো। ল'ৰাটোৱে আছুতীয়া কোঠাটোৰ ফালে আগবাঢ়িল। যিহেতু কোঠাটোত কোনো মানুহ নাথাকে গতিকে সেইফালে কাচিৎহে যোৱা হয়।

ল'ৰাটোৱে খুপি খুপি গৈ বেৰৰ ফাঁকেদি চাই মোক ইঙ্গিতেৰে দেখুৱাই দিলে। ময়ো তাক অনুসৰণ কৰিলো। ফাঁকেৰে চাই লক্ষ্য কৰিলে চৰাই এজনীয়ে নিজৰ পোৱালীটোক টোপ খুৱাইছে। ধুনীয়া ঠোঁট মেলি পোৱালীকেইটাই টি টিকৈ মাতিব ধৰিছে। মোৰ ল'ৰাৰ স্বপ্ন যে বাস্তৱত এনেদৰে ৰূপায়িত হ'ব সেই কথা মই কাহানিও ভবা নাছিলো। কণমান চৰাইয়ে কিমান স্বাভাৱিক জীৱন গ্ৰহণ কৰিছে কিমান নির্ভয়েৰে আছে সেই কথা ভাবি মোৰ মন পুলকিত হৈ উঠিল।

চৰাই পোৱালী দুটাৰ পৰা দৃষ্টি আতঁৰাই আনি মই মোৰ ল'ৰাটোৰ ফালে চালো। মন তাৰ কুমলীয়া, আশাৰে উজ্জ্বল মন। ল'ৰাটোৰ সমগ্ৰ মুখমণ্ডলত বিয়পি পৰিছে এক উজ্জ্বল আভা। চকুৱে মুখে সেই উজ্জ্বলতাই বিৰাজমান।

তোমাৰ ছাগে বৰ ভাল লাগিছে। ওচৰতে চৰাই বাহঁটো হ'ব। পোৱালীও দেখি থাকিবা।

'সচাঁকৈ বৰ ভাল লাগিছে। তুমি কেনেকৈ জানিলা যে মোৰ বৰ ভাল লাগিছে।'

'তোমাক দেখিলেই জানিব পাৰি নহয়।'

'কিন্তু দেউতা, তোমাৰ মনটো দেখোন মৰা, কিবা বেয়া পাইছা নেকি?

'নাই পোৱা বোপা!' এইবুলি কৈ ল'ৰাটোক সাবটি ধৰি চুমা এটা খালো। মনে মনে মোৰ বৰ দুখ লাগিছিল যদি এই ল'ৰাটোৰ দৰে মোৰ এটা কৌতূহলী মন থাকিলহেতেঁন! একাগ্ৰতাৰে যে মই কোনোটো কাম কৰিব পৰা নাই। জীৱন যুঁজত মই ক্লান্ত বাটৰুৱা। মোৰ ল'ৰাটোৰ একাগ্ৰতা, কৌতূহলী মনক নীৰৱে মই সমৰ্থন কৰো— সি যেন তাৰ বিশাল পৃথিৱীখনত এনেকৈ ছিদ্ৰ বিচাৰি উলিয়াই আবিষ্কাৰ কৰিব পাৰে জীৱনৰ সেউজ বুলীয়া ৰূপ.... ৰূপৰ সোঁহৰ! ❑

# শিশু



কোনজনৰ কথা বাৰু লিখিম? প্ৰতিদিনেই ইতিহাসৰ পাতত সহস্ৰ বীৰৰ কাহিনী লিখা হৈছে। অথচ এনে কেতবোৰ কাহিনী আছে যি কাহিনী ডেজেৰে লিখা নেথাকিলেও তাৰ অন্তৰালত আছে এক দুৰ্জয় সাহস আৰু দেশৰ বাবে গভীৰ আত্মত্যাগ। বীৰ কাহিনীৰ এনে এটি শিশুক লৈয়ে ৰচিত এই ইতিহাস। ল'ৰাজনৰ নামৰ কোনো প্ৰয়োজন নাই, বয়স মাত্ৰ বাৰ বছৰ। অন্য ল'ৰাৰ দৰে সিও এজন। এই ল'ৰাজনৰ কথা মই এইবাবেই লিখিছো যিহেতু এই ঘটনাটো এজনে নিজ চকুৰে দেখিছে।

গাওঁৰ সীমান্তত শুনা গৈছিল জাৰ্মান অস্ত্ৰ-শস্ত্ৰ, বাৰ বাৰুদৰ শব্দ। কাষতেই এখনি ঘন অৰণ্য। ঘন হাবিৰ আঁৰৰ পৰা শত্ৰুক বৰ সহজেই বিপৰ্যস্ত কৰিব পৰা যায়। গেৰিলা বাহিনীৰ তৰুণ সকল সেই অৰণ্যৰ মাজত প্ৰৱেশ কৰিছে। ধুলি উৰুৱাই সিহঁতৰ ঘোঁৰা দৌৰিছে। সিহঁতৰ পিছে পিছে দৌৰিছে সেই বাৰ বছৰীয়া ল'ৰাটো। সিও সেই অৰণ্যত সোমাল— যত পদে পদে আছে মৃত্যুৰ আশংকা।

গেৰিলা হোৱাৰ উপযুক্ত বয়স তাৰ হোৱা নাই। তথাপি তৰুণসকলৰ দৰে সিও যুদ্ধ কৰিব বিচাৰে। ল'ৰাজনৰ ধাৰণা যে সিও এজন ডাঙৰ ল'ৰা আৰু সকলোৰে সৈতে সিও অস্ত্ৰ ধৰিব পাৰিব। ডাঙৰ সকলে কৰা তিৰস্কাৰ তাৰ চকুপানী হৈ বৈ আহে। তথাপিও সি শুদা ভৰিৰে ধূলিৰ ৰাস্তাত ঘোঁৰাৰ পিছে পিছে আপ্ৰাণ দৌৰে।

অৱশেষত এজন অশ্বাৰোহীয়ে মনত্বে কিবা ভাবি থমকি ৰ'ল। জিনৰ পৰা নামি ল'ৰাজনৰ হাতলৈ কিবা এটা আগবঢ়াই দি ক'লে, 'এই হাত বোমাটো ৰাখা। সাবধানে গাওঁলৈ উভতি যোৱা। চকু কাণ সজাগ ৰাখিবা। বিশেষ কিবা চকুত পৰিলেই আমাক তৎক্ষণাত খবৰ দিবা আৰু যদি বিপদত পৰা তেন্তে এই হাত বোমাটো ব্যৱহাৰ কৰিবা।'

কোমল আঙুলিকেইটা আগবঢ়াই দি সি হাত বোমাটো ল'লে। তাৰ চকুলো শুকাই গ'ল। এতিয়া আৰু তাৰ কোনো দুখ নাই। এতিয়া সি যেন বহুত ডাঙৰ হৈ গ'ল। গেৰিলাসকলৰ দৰে তাৰ হাতত এতিয়া হাতবোমা। বোমাটো সি পায়জামাৰ ভিতৰত সুমুৱাই লৈ গাওঁলৈ উভতি আহিল। অশ্বৰোহীজনৰ নিৰ্দ্দেশ মতে সীমান্তত সি সতৰ্ক দৃষ্টি ৰাখিলে।

জাৰ্মান সকলে তেতিয়াও সকলো কাম পৰিকল্পনা অনুসৰি কৰিব পৰা নাই। সেয়ে গাওঁৰ কাষতে সিহঁতে চাউনী পাতিছে।

ল'ৰাটোৱে ভালকৈ চাই দেখিলে যে ৰাস্তাৰ কাষৰ চাউনীতেই সিহঁতৰ সদৰ দপ্তৰ। দুৱাৰ মুখত সশস্ত্ৰ প্ৰহৰী, বহু জাৰ্মান কৰ্ম্মচাৰী ব্যস্ত হৈ ইফালে সিফালে ঘূৰি ফুৰিছে।

ল'ৰাটোৰ বুকুখন এবাৰ কঁপি উঠিল। তথাপি হাত দি চালে ঠিক আছে নে নাই। হয়, ঠিকেই আছে। মনে মনে সংকল্প কৰিলে যে সি তৎক্ষণাত চাউনীৰ ভিতৰত সোমাই পৰিব যাতে সিহঁতে আৰু কেতিয়াও গাওঁৰ ভিতৰত অবাধে লুটপাত, হত্যা, গৃহদাহ আৰু নাৰকীয় অত্যাচাৰ চলাব নোৱাৰে।

লাহে লাহে ল'ৰাটো চাউনীৰ পিনে আগবাঢ়িল। বুকুখন এইবাৰ অলপো কঁপি নুঠিল। হাতৰ আকাৰ ইঙ্গিতেৰে সি প্ৰহৰীক বুজাই দিলে যে সদৰ দপ্তৰত এটা অতি জৰুৰী খবৰ দিবলৈ আহিছে। কৰ্ম্মচাৰী সকলৰ লগত তাৰ এতিয়াই এবাৰ দেখা হোৱাৰ বিশেষ প্ৰয়োজন।

বাহিৰলৈ ওলাই আহিল এজন সামৰিক কৰ্ম্মচাৰী। ভঙা ভঙা ইউক্ৰেনিয়ান ভাষাত তাক কি লাগে সুধিলে। ল'ৰাটোৰ মাত অলপো নঁকপিল। সি কৰ্ম্মচাৰীজনৰ চকুলৈ এবাৰ চালে। গেৰিলাসকল ক'ত লুকাই আছে সেই খবৰ দিবলৈ সি আহিছে।

সামৰিক কৰ্ম্মচাৰীজনে তাক তৎক্ষণাত ভিতৰলৈ লৈ গ'ল। ডাঙৰ মেজ এখনৰ চাৰিওফালে ছয়জন কৰ্ম্মচাৰীয়ে তলমূৰ কৰি এখন মানচিত্ৰ চাই আছে আৰু কিবা কিবি কথা আলোচনা কৰি আছে। মানচিত্ৰৰ পৰা চকু তুলি সিহঁতে ল'ৰাজনৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে।

এৰা, সি নিশ্চয় কিবা গোপন খবৰ আনিছে— যি খবৰ তেওঁলোকৰ কামত লাগিব পাৰে। কিন্তু সি সকলো সৰ্তক দৃষ্টি প্ৰতি ক্ষণতে ৰাখিছিল। ছয়জন উচ্চ পদস্থ কৰ্ম্মচাৰী, কান্ধত সিহঁতৰ পদমৰ্যদাৰ নিদৰ্শন।

পায়জামাৰ তলত ল'ৰাটোৱে অনুভৱ কৰিলে হাতবোমাৰ সেই হিমশীতল স্পৰ্শ। খন্তেকৰ বাবে তাৰ চকুতো যেন সেই স্পৰ্শ লাগিল। মনতে ভাবিলে কোন ঠাইত থিয় হ'লে

তাৰ কাম সম্পূৰ্ণকৈ সমাধা হ'ব? ইয়াৰ মাজে মাজে বুদ্ধিমানৰ দৰে সৰ্তক দৃষ্টি ৰাখি সি উত্তৰ দিলে 'হয়, অ... নহয় .. নহয় তেখেতে.....তেওঁৰ লগত হয়..... সিহঁত সকলোৱে গাওঁ এৰি গেৰিলাৰ লগত যোগ দিছে।

অস্থিৰ উত্তেজনাত কৰ্ম্মচাৰীসকলে তাক আৰু অজস্ৰ প্ৰশ্ন কৰিছিল। সি শান্তভাৱে সকলো প্ৰশ্নৰে উত্তৰ দি গৈছিল। গল্প কোৱাৰ ভঙ্গীত সকলো খুটি নাটি বৰ্ণনা কৰিছে যাতে অলপ সময় পোৱা যায় আৰু যেন ঘূণাক্ষৰেও তাক সন্দেহ কৰাৰ কোনো অবকাশ নেপায়।

সামৰিক কৰ্ম্মচাৰীসকলে প্ৰায় সকলো কথাই বুজিব পাৰিলে কোনে কেনেকুৱা গেৰিলাত ভৰ্ত্তি হৈছে। মাত্ৰ জানিব নোৱাৰিলে আচল কথাটো। ঠিক তেতিয়াই সামৰিক কৰ্ম্মচাৰীসকলৰ মাজত যিজন প্ৰধান বিষয়া মেজৰ কাষত ইমান সময় নীৰৱে বহি আছিল এইবাৰ উত্তেজিত হৈ ক'লে 'সিহঁত এতিয়া ক'ত?'

ল'ৰাটোৱে এইবাৰ লাহে লাহে মেজৰ কাষলৈ আগবাঢ়ি গ'ল। এতিয়া সি ছয়জনৰ কাষত থিয় হ'ল।

শান্ত অথচ চেপা কণ্ঠৰে সি গৰ্জন কৰি উঠিল 'গেৰিলাসকল চাৰিওফালে আছে। গেৰিলা সকলোতে বিদ্যমান।'

কথাটো কৈয়ে বিদ্যুৎ বেগে পায়জামাৰ পৰা বোমাটো উলিয়াই সিহঁতৰ কালে দলিয়াই দিলে। জাপ মাৰি উঠাৰ আগেয়ে, আৰ্ত্তনাদ কৰাৰ আগেয়ে, কি ঘটিছে স্পষ্টকৈ উপলব্ধি কৰাৰ আগেয়ে ছয়জন কৰ্ম্মচাৰী মৃত্যুৰ কোলাত ঢলি পৰিল। লগতে সেই বাৰ বছৰীয়া শিশুটোৱেও বিদায় মাগিলে। এজনৰ বিনিময়ত ছয়জনে প্ৰাণত্যাগ কৰিলে।

ডাঙৰসকলৰ দৰে তাৰো মুখত কঠিন ৰেখা। মৃত্যুৱেও অম্লান কৰিব নোৱাৰিলে বীৰত্বৰ জ্যোতি।

কোনো কবৰতে তাক বন্দী কৰি থব নোৱাৰিব। জুইৰ শিখাৰ দৰে তাৰ আত্মাও সোণালী শিখাত জ্বলি উঠিব ইউক্ৰেনৰ প্ৰতিখন গাওঁত আৰু চিএৰি কব 'প্ৰতিশোধ।'

সেয়েহে কৈছিলো, 'ল'ৰাজনৰ নামৰ কি প্ৰয়োজন? তাৰ দৰেই এই পৃথিবীত কত শিশু আছে, ডাঙৰসকলৰ দৰেই যাৰ আছে দুৰ্জেয় সাহস, ভালপোৱা আৰু যিয়ে সগৌৰৱে মাৰিবও জানে। □

❑ অজ্ঞাত

# দেৱালেও কথা কয়



ৰাস্তাত প্ৰচণ্ড ভিৰ। জুম্মাৰ দিন। মাইল পৰ্যন্ত দীঘল মিছিল। মিছিলত গাৱলীয়া আৰু ব্যাপক সাধাৰণ মানুহ। প্ৰত্যেকৰে হাতত বন্দুক। পিন্ধনত নতুন অথবা পুৰণি কুৰ্ত্তা। মাৰ্চ কৰি সিহঁত আগবাঢ়িছে। ৰণক্ষেত্ৰত শ্বহীদ হোৱাৰ প্ৰতিজ্ঞা লৈছে।

সকলোৰে অৱস্থা ছিন্ন-ভিন্ন; কিন্তু সিহঁত দেশ প্ৰেমেৰে উদ্বেলিত। ৰাস্তাৰ দুয়ো পাৰে থিয় হৈছে। সেমেকা চকু। নামাজ পঢ়ি যিবোৰ পুৰুষ আৰু মহিলা উভতিছিল তেওঁলোকে এই মিছিল দেখিছিল। এনে এটা সময়ৰ এনে এটা মুহূৰ্ত্তৰ কথা কোনে বাৰু সুধিব নিবিচাৰে?

ল'ৰা-ছোৱালীবোৰে লিফলেট বিলি কৰিছিল। ৰাস্তাৰ কাষৰ প্ৰাচীৰৰ ওপৰতবৰ বৰ হৰফেৰে লিখা আছিল 'বিপ্লৱী হত্যাকাৰীক ছানাদৰ ধিক্কাৰ। বিপ্লৱীবোৰ ইনক্ৰাবৰ শত্ৰু।'

ভিৰৰ মানুহবোৰ ক্ৰমাৎ ঘৰলৈ উভতিছিল। ৰাস্তাত কোনোৱে যেন আকৌ লিফলেট বিলাবলৈ ধৰিলে। এজনে লিফলেট লবলৈ অস্বীকাৰ কৰিলে। লগৰ মহিলাজনীয়ে ক'লে এয়া লোৱা নহলে মন বেয়া লাগিব। কিমান কষ্ট কৰি লিফলেট বিলাই ফুৰিছো।

কি যে নিৰৰ্থক কথা কৈছা? কিয় মিছাকৈ চকু ডাঙৰ কৰিছা? কোনেনো বাৰু বুজাব যে ইয়াত শ্ৰেণী সংগ্ৰাম নাই। এক মাত্ৰ ধৰ্মৰ যুদ্ধ চলিছে। সময় যদি অবাবত হয় নষ্ট মই তেন্তে তোমাৰ লিফলেট নপঢ়ো।

কোনে যেন ক'লে এই দুবছৰে মোৰ হৃদয়ে উথল-মাথল কৰিছে। ভাষণ দিবলৈ বৰ ইচ্ছা কিন্তু মই এজন সাধাৰণ মানুহ। মোৰ কথা বাৰু কোনে শুনিব? বহু প্ৰশ্ন জমা হৈছে। বাৰে বাৰে মনত পৰে যদি এইটোৱে হোৱাৰ ইচ্ছা তেন্তে কিয় সাহ কৰা নাই? লগে লগে মোৰ মূৰত এটা আঘাত পৰিল। মূৰ্খৰ দৰে কি ভাবিছা? ভয়ত শিয়ৰি উঠিলো।

দেৱালত লিখা আছে মহান ইচলাম এটা ৰাজনৈতিক ধৰ্ম্ম। সমুখৰ পেণ্ডেলত মানুহৰ সমাগম। মাইকত কোনোৱে ঘোষণা কৰিছে মুছলমান ভাই বন্ধুসকলৰ কাষত আবেদন— এতিয়া নামাজৰ সময়। নামাজৰ বাবে সকলোৱে শাৰী পাতি থিয় হওঁক।

পিছফালৰ পৰা এজন বন্ধুৱে কাণৰ কাষত ফুচফুচাই ক'লে এতিয়াই দেখা পোৱা বন্ধু ভাই আৰু আত্মীয়সকল কেনেকৈ কাষৰ পৰা আঁতৰি যায়.........।

দেৱালে দেৱালে পোষ্টাৰ। লাজেই নাৰীৰ ভূষণ। [illegible] নাৰীৰ সৌন্দৰ্য্য। সমুখৰ কাৰ্য্যালয়ৰ পৰা বোৰ্খা পিন্ধা নাৰীসকল ওলাইছে। [illegible] বাবে উভ হৈ থকা এজনী নাৰীয়ে মুখৰ পৰা অকণমান আবৰণখন গুচাই ক'লে 'ভাই [illegible]?'

টেক্সি ড্ৰাইভাৰে মূৰ জোকাৰি নেৰাও বুলি [illegible] দিলে। [illegible]ৰাই ক'লে, 'হেৰা ভনী, ভাইৰ কাষত তুমি মুখত পৰ্দ্দা কিহৰ বাবে দৈছা? [illegible] পিছৰ আসনত বহা যাত্ৰীজনে ক'লে 'ইচলামী গণতন্ত্ৰৰ সকলো আপোন ভাইভনী, কিন্তু ঠিক সিমান খিনিলৈ ঢাকি ৰাখিব লাগে সিমানখিনি পৰ্য্যন্ত। এক অদ্ভূত অজান পৰিস্থিতি। সংবাদ পত্ৰত সৰু সৰু বাতৰি। ধৰ্ম্ম শাস্ত্ৰৰ আইন ভঙ্গ কৰাৰ শাস্তি। বিপ্লবীৰ ওপৰত নানান ঠাইত আক্ৰমণ। ঠাইয়ে ঠাইয়ে মৌলবীসকলৰ বিৰুদ্ধে শ্লোগান। বোৰ্খা নিপিন্ধা বাবে বহু কেইজনী মহিলাক চাকৰিৰ পৰা নিলম্বিত কৰা হৈছে।

মচজিদৰ পৰা ৰেচন কাৰ্ড বিলোৱা হৈছে। ইৰাকী আক্ৰমণত শোধানাগাৰ বিধ্বস্ত। তেল আৰু পেট্ৰল উধাও।

সকলোৱে বাছত যাবলৈ আশা কৰে। বাছ টাৰ্মিনাচত প্ৰচণ্ড ভিৰ। ভিৰৰ মাজত এজন ফকীৰে ভিক্ষা বিচাৰিছে। অপৰিচিত দুজন তৰুণৰ কাষত আহি বৈ গ'ল। এজন তৰুণে ক'লে— আমি দুয়ো বেকাৰ। ভিক্ষা লাগে যদি ইমামৰ কাষলৈ যোৱা। সেপত কিবা অভাৱ আছে নেকি?

চৌদিশে মাত্ৰ ধৰ্ম্ম আৰু ধৰ্ম্ম।

যুদ্ধ আৰু যুদ্ধ।

ক্ৰোধ আৰু ক্ৰোধ।

ঘৃণা আৰু ঘৃণা।

চৌদিশে একেই ধ্বনি। আমি আমাৰ মাজত ঐক্য আনিব লাগিব। দেৱালবোৰ ৰঙা কলা ৰঙেৰে বোলোৱা। মানুহৰ মুখ আৰু সমগ্ৰ অঙ্গ ক্ৰমাৎ ৰঙা আৰু নীলা হৈ পৰিছে। ❑

❑ ইৰশী ভোস্কাৰ

# সূৰ্যৰ প্ৰত্যাবৰ্তন



তেওঁ এটি বিশাল সুসজ্জিত অট্টালিকাত বাস কৰে। তেওঁৰ সেৱা যত্নৰ বাবেও আছিল অসংখ্য লগুৱা লিকচৌ। জীয়াই থকাৰ বাবে যিখিনি প্ৰয়োজন সকলোবোৰ তেওঁৰ কাষত উভৈনদী। সকলো আকাংখা পূৰণ হোৱাৰ পিছতো মাত্ৰ অসুস্থতাৰ বাবে তেওঁ সহজ আৰু স্বভাবিক হব পৰা নাছিল। তেওঁৰ সমগ্ৰ গাত ডেকডেকীয়া হালধীয়া ঘা হৈছিল। কান্ধৰ তীব্ৰ জ্বলনে তেওঁক ভীষণ কষ্ট দিছিল। এই লেতেৰা অসুখে তেওঁৰ মনক লাজ আৰু হতাশাত ভোগাইছিল।

তেওঁ সকলো সময়তে দামী আৰু সুন্দৰ পোচাক পৰিধান কৰি থাকে যাতে কাৰো চকুত সেই অসুখৰ কথা ধৰা নপৰে। সকলো সময়তে তেওঁৰ ভয়— অসুখ বাঢ়ি তেওঁৰ চকু মুখত যেন বিয়পি নপৰে। ভয়- আতঙ্কত তেওঁ ডাক্তৰক মাতি আনিবলৈ সাহস পোৱা নাছিল। কাৰণ তেওঁৰ বিশ্বাস আছিল যাৰ কাষত প্ৰচুৰ ধন সম্পত্তি আছে তেওঁ সুখী মানুহ। তেওঁৰ অগাধ ধন সম্পত্তি দেখি মানুহে অৱশ্যে তাকেই ভাবিব। শেষত এদিন ডাক্তৰক মাতি আনিব লগা হ'ল।

ডাক্তৰ অহাত তেওঁৰ অভিমত ব্যক্ত কৰিলে। কাৰো ওপৰত মোৰ আস্থা নাই। সম্ৰাট মিডাচৰ কাহিনীয়ে মোক সেই শিক্ষাই দিছে যে মই সাৱধানে থকা উচিত। এনে এক ভয়ানক অসুখত মই যে আক্ৰান্ত আন কোনো মানুহে ইয়াক জনা উচিত নহয়। মোৰ অসুখৰ কি দৰব সেয়া জানিব পাৰিলে মই তোমাৰ মূৰটো দেহৰ পৰা বিচ্ছেদ কৰি দিম। অৱশ্যে তোমাৰ স্ত্ৰী আৰু ল'ৰা-ছোৱালীৰ বাবে মই পেঞ্চনৰ ব্যৱস্থা কৰি দিম।

ডাক্তৰৰ মূৰৰ ওপৰত মৃত্যুৰ বিভীষিকাই নৃত্য কৰিব ধৰিলে। মানুহজনে নিজৰ কাপোৰ কানি খুলি সম্পূৰ্ণ উলঙ্গ হৈ ডাক্তৰৰ সমুখত ৰোগ দেখুৱাবলৈ থিয় হ'ল। মানুহজনৰ ৰোগ দেখি ডাক্তৰৰ মন ঘৃণাত কোচ খালে। এই জঘন্য মানুহটোৰ বাবে মই প্ৰাণ দিব লাগিব। ইয়াক এনে দৰব দিম যে সমগ্ৰ জীৱনত তাৰ মনত থাকিব।

ডাক্তৰে সেই ৰোগী মানুজনক ক'লে, 'মহামান্য, আপোনাৰ এই ৰোগৰ বাবে প্ৰয়োজন

হব সূৰ্য। এক টুকুৰা সূৰ্য নহয়, গোটেই সূৰ্যটো দৰকাৰ। আপোনাৰ কাষত দেখোন অফুৰন্ত ধন সম্পত্তি আছে, আপুনি ইচ্ছা কৰিলে আপোনাৰ প্ৰাসাদত সূৰ্যক বন্দী কৰি ৰাখিব পাৰে। আপুনি যদি কিছুদিন সূৰ্যৰ সতে একান্তভাবে বাস কৰে তেতিয়া সূৰ্যৰ কিৰণে আপোনাৰ এই অসুখ নিৰাময় কৰি দিব। আপুনি একমাত্ৰ আৰোগ্যই নহয়, অমৰ হৈয়ো থাকিব।'

ক্ষন্তেক পিছতে ডাক্তৰক গুলী কৰি হত্যা কৰা হ'ল আৰু ডাক্তৰৰ পৰিয়ালৰ ভৰণ-পোষণৰ বাবে শকত অঙ্কৰ 'চেক' প্ৰদান কৰা হ'ল।

ধনী মানুহজনৰ এতিয়া এটাই চিন্তা। অলপ খৰচ কৰি কেনেকৈ সূৰ্যক এই পৃথিৱীলৈ অনা হয়। শতজন অভিযান্ত্ৰিকে লগ হৈ এটা পৰিকল্পনা তৈয়াৰ কৰিলে। সূৰ্যক আকাশৰ পৰা নমাই আনি যাতে প্ৰাসাদৰ মাজত বন্দী কৰি ৰাখিব পৰা যায়।

এদিন সঁচাকৈ সূৰ্যক বন্দী কৰিলে। এটা অনিন্দ্য সুন্দৰ চন্দুকৰ ভিতৰত সূৰ্যক স্থাপন কৰিলে যাতে সূৰ্যৰ আলোক বাহিৰলৈ যাব নোৱাৰে। সমগ্ৰ বিশ্ব অন্ধকাৰত বুৰ গ'ল। অসুস্থ মানুহজন আনন্দত আত্মহাৰা হ'ল। কাৰণ তেওঁ যে সঁচাকৈ সুস্থ হ'ব বিচাৰিছে।

অসুস্থ মানুহজনে ভাবিলে এইবাৰ তেওঁ অমৰ হ'ব। একমাত্ৰ এটা সূৰ্যৰ কি হব, অন্য গ্ৰহবোৰকো মই মোৰ চন্দুকত বন্দী কৰিম। মই ঈশ্বৰকো কিনিম। তেতিয়াহে গম পাব মই কোন? এই পৃথিৱীৰ সতে মই এনে আচৰণ কৰিম, এনে সুখ আৰু আনন্দদায়ক কৰি লম যেনেকৈ কোনো নাৰীৰ কাষত কোন পুৰুষে আদৰ পায়। নাৰীয়েও সেই পুৰুষকে ভালপায়— তেওঁকে বিচাৰে— যাৰ মাজত পৌৰষ বিদ্যমান।

ক্ৰমাৎ জনগণৰ টোপনি ভাঙিল। বিস্মিত, আতঙ্কিত হৈ উঠিল। পৃথিৱী ইমান অন্ধকাৰ কিয়? আকাশ কিয ইমান মেঘাচ্ছন্ন? জনগণে আতঙ্কত চিৎকাৰ কৰিলে 'সূৰ্য ক'ত? সূৰ্যক কোনে চুৰ কৰি নিলে?'

কোনে বাৰু সিহঁতৰ কথা শুনিব? সকলোৱে বিহ্বল, হতবাক। ৰাস্তাত হেজাৰ হেজাৰ উদগ্ৰীৱ জনতাৰ ভিৰ.........

অসুস্থ ধনী লোকজনে আনন্দত আত্মহাৰা হ'ল। উৎফুল্লিত হৈ ভাবিলে মই সুস্থ হৈ সূৰ্যৰ কিৰণৰ পৰা এক বিশেষ ধৰণৰ জুইশলা তৈয়াৰ কৰিম। ৰ'দত পোৰা মানুহৰ বাবে মলম তৈয়াৰ কৰিম। মানুহ মোৰ দৰে চালাক চতুৰ হ'লে কিমান যে ধন উপাৰ্জ্জন কৰিব পাৰি।

জনগণৰ মাজত উদ্বেগ, হতাশ ক্ৰমাৎ বৃদ্ধি পালে।

ইফালে অসুস্থ মানুহজনে ডাঙৰ ডাঙৰ পোষ্টাৰ লগাই জনালে কিয় অন্ধকাৰ হৈছে? সেই পত্ৰ-পত্ৰিকাত ছপা হ'ল 'দীৰ্ঘদিনৰ পৰা মানুহ সূৰ্যৰ পোহৰৰ পৰা বঞ্চিত....চিকিৎসকে গৱেষণা কৰি জানিব পাৰিছে অন্ধকাৰত যিবোৰৰ জন্ম হৈছে সেই নৱ জাতকৰ শতকৰা এঁকেশজনৰ মৃত্যু হৈছে। সেইবাবে দানবীৰে নিজৰ খৰচত সূৰ্যক আকাশৰ পৰা 'গাইব' কৰি দিছে। বিবৰণ সংগ্ৰহ কৰক.....'

যাৰ কাষত সূৰ্যৰ পোহৰ আছিল সিহঁতে সেই বিজ্ঞপ্তি পঢ়িলে। যিবোৰৰ হাতত পোহৰ নাছিল সিহঁত হতাশত ভাগি পৰিল। অনুভূতি প্ৰৱণ ব্যক্তিবোৰে ভাবিব ধৰিলে 'পৃথিৱীত সিহঁতৰ দিন শেষ হৈ আহিছে।'

ধনী অসুস্থ মানুহজনৰ এতিয়া উপশমৰ প্ৰয়োজন। সেইবাবে তেওঁৰ মহলৰ পৰা

সমগ্র অনুচৰক উলিয়াই দিলে। তাৰ পিছত তেওঁ চন্দুকৰ ঢাকনিৰ সমুখত সশস্ত্ৰ প্ৰহৰীক ৰহি থকাৰ আদেশ দিলে। বাহিৰৰ কোনোৱে যেন ভিতৰত প্ৰবেশ কৰিব নোৱাৰে।

চন্দুকৰ ভিতৰত সোমাই তেওঁ ভিতৰৰ পৰা চাবি লগাই দিলে। তাৰ পিছত তেওঁ মুহূৰ্ত্ততে উলঙ্গ হৈ থিয় দিলে। সূৰ্যৰ প্ৰচণ্ড উত্তাপ তেওঁ সহ্য কৰিবই লাগিব। কোনো মহান অনুভূতি অনুভৱ কৰিবলৈ হ'লে দুঃখ কষ্ট সহ্য কৰিবই লাগিব... ... .........। ওহ! মোৰ পিঠিৰ বিষ. . . .মোৰ মূৰ ..... চকু, বুকু, ভৰি সকলো যেন পুৰি যাব ধৰিছে.... . .... । আহ! কি অসহ্য উত্তাপ। ভাব হৈছে পুৰি শেষ হৈ যাম, আৰু যে সহ্য কৰিব নোৱাৰি। সোনকালে বাহিৰলৈ যাব লাগে . ... .। কোনো তুষাৰ প্ৰেমিকাক বিচাৰিব লাগিব। তাইৰ বাহুৰ মাজত নিজকে স পি দিম। ওহো, ইয়াত আৰু তিষ্টি থাকিব নোৱাৰিম। বহু সময় দেখোন ইয়াতে আছো। এতিয়া বাহিৰলৈ যোৱাই মঙ্গল। মানুহজনে নিজে নিজে প্ৰলাপ বকিব ধৰিলে।

এইবাৰ উলঙ্গ মানুহজনে জ্বলি পুৰি যোৱা শৰীৰ আৰু ফেচকুৰি ভৰা চকুৰে চন্দুকৰ ঢাকনিৰ ফালে দৌৰিলে। কিন্তু এয়া কি? চাবি ক'ত? চাবি যে উত্তাপত গলি গৈছে। চাবি বাদ দি চন্দুকৰ ঢাকনি খোলাৰ বাবে আপ্ৰাণ চেষ্টা কৰিলে। জোৰে জোৰে হেঁচা দিলে। অৱশেষত মানুহজন বৰ ক্লান্ত হৈ পৰিল। কোনোৱে তাত থাকিলে যে আৰ্ত্তনাদ শুনিব। তাতে কোনো এজন অনুচৰ বা পৰামৰ্শদাতা নাছিল......... ..মাত্ৰ সেই অসুস্থ মানুহজন অকলশৰে উলঙ্গ হৈ আছিল। দুৰ্গন্ধময় বুকুৰ ভিতৰত আছিল ভীত সন্ত্ৰস্ত হৃদয। তেওঁৰ চকুৰ পৰা টোপে টোপে চকুলো পৰিছিল।

নিঃসঙ্গ অকলশৰীয়া হৈ থিয় দি থাকিল। অসুস্থ ধনী মানুহজনে থৰথৰকৈ কঁপিছিল- যেন কোনোবা কাৰাগাৰত বন্দী হৈ পৰিছে।

'হেৰা মূৰ্খ, সমস্ত পৃথিৱীৰ সুখ-শান্তি কাঢ়ি লৈ অকলে নিজৰ বাবে ৰখাৰ চেষ্টা নকৰিবা। তোমাৰ কাষত ইয়াৰ আগতে যিখিনি সম্পদ আছিল সেয়া কি বৰ কম আছিল?'

সূৰ্যৰ প্ৰচণ্ড উত্তাপ সহ্য নহল। ফলত ধনী মানুহজন তাতে বাগৰি পৰিল। মাত্ৰ পৰি থাকিল ভস্ম। যি ভস্মৰ দাম এটা ফুটা কড়িও নহয়।

সকলো নিশ্চুপ। কোনোৱে অলপো শোক নকৰিলে। সূৰ্যৰ প্ৰথম কিৰণো ঠিক তেনেকুৱাই আছিল। ধীৰে ধীৰে প্ৰাচীৰ ভাঙি গ'ল। সূৰ্যৰ উত্তাপ আৰু কিছু বৈ গ'ল। মানুহে আনন্দত চিৎকাৰ কৰি উঠিল।

জনসাধাৰণে ভাবিব ধৰিলে সূৰ্যক কেনেকৈ পুনৰ আকাশলৈ ঘূৰাই পঠোৱা হয়? সকলোৱে যেন সূৰ্যক দেখা পায়। জনগণৰ মাজত আলচ চলিল। তৰ্ক বিতৰ্ক হ'ল। সূৰ্যক যেনে তেনে আকাশলৈ পঠাব লাগে। বহু তৰ্ক বিতৰ্ক আৰু আলাপ আলোচনাৰ পিছত দুটি শিশুৰ ওপৰত এই কামৰ দায়িত্ব অৰ্পণ কৰা হ'ল। এজন শিশুৱে উৎসাহেৰে ক'লে 'আমি সূৰ্য দেৱতাক আকৌ আকাশত থৈ আহিম।'

শিশু দুটাই সূৰ্যক লৈ ৰাওনা হ'ল। যোৱাৰ সময়ত সিহঁতক মাকে ক'লে 'পলম নকৰিবি, সোনকালে উভতি আহিবি।'

সচাঁ কথা, শিশু দুটি বৰ সোনকালে উভতি আহিল। ❑

❑ ৰিচাৰ্ডৰাইড

# ৰেপ্তি



"এখন জটিল সমাজৰ আমি একোটি অবিচ্ছেদ্য অংশ। এই সমাজত মানুহৰ এক বিশেষ অংশ জীয়াই থকাৰ মৌলিক অধিকাৰৰ পৰা বঞ্চিত। এইসকল লোক সমাজত ঘৃণাৰ পাত্ৰ-কাৰণ তেওঁলোকৰ পৰম দুৰ্ভাগ্য এয়ে যে এওঁলোকে ক'লা ছাল লৈ জন্মগ্ৰহণ কৰিছে। এই সমাজে বহু অনিশ্চিত, অৰ্থনৈতিক আৰু সামাজিক ব্যৱস্থা জীয়াই ৰাখি সেই অসংখ্য ক'লা লোকক শোষণ কৰি জীয়াই আছে।"

কাৰ্লিয়ে বৰ মনোযোগেৰে বক্তাৰ কথাবোৰ বুজিবলৈ যত্ন কৰিলে। তাৰ মনৰ মাজত কোনোবাই যেন কৈ উঠিল যে এই কথাবোৰ অসাধাৰণ - ইয়াৰ অৰ্থ বিয়েই নহওক কিয় এইবোৰে

যেন এক পৰম সত্যক তুলি ধৰিছে। বক্তাই এক মুহূৰ্তৰ বাবে বক্তৃতা বন্ধ কৰি এগিলাচ পানী খাবলৈ গ'ল। কার্লি ৰ'দত ঘামিছিল। জনসমাবেশৰ মূৰৰ ওপৰতে প্রখৰ সূর্য। জ্বলন্ত আকাশত এটুকুৰাও মেঘ নাই। কাষত এডালো গছ নাই - নাই এধানিমান ছাঁযাৰ প্রতিশ্রুতি। কার্লিৰ চোলাৰ কলাৰত বন্ধা ৰুমালখন ঘামত তিতি জপজপীয়া হ'ল। কার্লিয়ে চৌদিশে চকু ফুৰালে। দুই-এখন শুভ্র মুখ দৃষ্টিগোচৰ হ'ল। অদূৰত এখন গাড়ীৰ কাষত থিয় হৈ দুজন গুপ্তচৰে বক্তৃতাৰ টোকা লিখাত মগ্ন। মঞ্চৰ ওপৰত বক্তাৰ শোভা চকুত পৰিল।

যি আইনে মানুহক উদ্দেশ্য প্রণোদিতভাৱে ক্রীতদাসলৈ ঠেলি দিযে সেই আইনৰ সতে যুঁজ কৰাৰ দাযিত্ব আমাৰ। বর্ণ ভিত্তি কৰি যিয়ে মানুহৰ মাজত বিভেদ সৃষ্টি কৰিছে সেয়া আমিযে নিষ্পত্তি কৰিব লাগিব। আপোনালোকৰ সন্তানবোৰ মানুহৰ জন্মগত অধিকাৰৰ পৰা বঞ্চিত। সামাজিক, অর্থনৈতিক তথা শিক্ষাগত অধিকাৰৰ সকলো স্তৰতেই সিহঁত আজি অপাংক্তেয।

কার্লিযে হৃদযত এক উত্তেজনা অনুভৱ কৰিলে। আগতে সি কাহানিও এনে চাঞ্চল্য অনুভৱ কৰা নাছিল। মঞ্চৰ ওপৰত সেইজন বক্তাই এক নতুন দর্শন প্রচাৰ কৰিছিল। তেওঁলোকৰো কিছু ন্যায্য অধিকাৰ আছে। কিহৰ এই অধিকাৰ? শ্বেতাঙ্গৰ দৰে জীয়াই থকাৰ অধিকাৰ? অথবা বৃদ্ধ লাটোগানৰ দৰে জীযাই থকাৰ অধিকাৰ। কার্লিৰ মনত এক নতুন চিন্তাৰ বিস্ফোৰণ ঘটিল - যি চিন্তা কৰাৰ সাহস তাৰ আগতে কাহানিও হোৱা নাছিল। এক অদ্ভুত উন্মাদনাই কার্লিৰ মন আচ্ছন্ন কৰি ৰাখিছিল। সি চহৰৰ শ্বেতাঙ্গহঁতৰ দৰে যিকোনো ৰেষ্টুৰেণ্টত বহিব পাৰিব। নেলীক লগত লৈ যিকোনো ছবিঘৰত প্রবেশ কৰিব পাৰিব। তাৰ সন্তানে ইউনিফর্ম পিন্ধি স্কুললৈ যাব পাৰিব। এক নতুন পৃথিৱীৰ কল্পনাত সি আকৃষ্ট হ'ল। এইবোৰ শুনিলে উক্লাচে বাৰু কি মন্তব্য কৰিব? উক্লাচে বিশ্বাস কৰে যে ঈশ্বৰে শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গবোৰক সুকীযাকৈ সৃজন কৰিছে। এৰা, শ্বেতাঙ্গবোৰক সেৱা কৰাৰ বাবেই যেন কৃষ্ণাঙ্গৰ জন্ম। খুৰাদেউৰ এইবোৰ কথাৰ লগত মিল নেথাকিলেও এই নতুন ভাবনাই কার্লিৰ মনত নতুন অনুভূতি সঞ্চাৰ কৰিছে। কার্লিয়ে কপাল কোঁচাই কথাবোৰ ভাবিছিল। মঞ্চত বহুতো বক্তা উপস্থিত - শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গ। সিহঁতৰ পৰস্পৰৰ ব্যৱহাৰত ভাব হোৱা নাছিল যে ক'লা আৰু বগাৰ মাজত কিবা পার্থক্য বিদ্যমান। নীলা বস্ত্র পৰিহিতা এজনী শ্বেতাঙ্গ ভদ্রমহিলা এন এক্সলিকে চুৰট উলিযালে। এন এক্সলি কার্লিৰ পৰিচিত ব্যক্তি- তেওঁ বর্তমান ট্রেড ইউনিযনৰ সংগঠক। চুৰট হুপিবলৈ কার্লিৰো মন যোৱাত সিও জেপৰ পৰা চুৰট উলিযালে। এন এক্সলিকে যদি বৃদ্ধ লাটেগানৰ কন্যাক চুৰট যাচে তেন্তে বৃদ্ধ মূর্চা যাব। এই কথা ভাবি কার্লিৰ আপোনা আপুনি হাঁহি উঠিল। সভাৰ দুই-এজনে কার্লিক কৌতুহলী দৃষ্টিৰে চালে। সি অলপ অপ্রস্তুত হৈ চিগাৰেট হুপিছিল যদিও এইবোৰ নতুন চিন্তা তাৰ মনত সজীৱ হৈ পৰিছে। মঞ্চৰ ওপৰত বহা ভদ্রমহিলাক নীলা পোছাকেৰে বৰ সুন্দৰ লাগিছে। সি যি কি নহওক, বক্তাৰ কথাবোৰ যদি সম্পূর্ণ সত্য হয় তেন্তে কার্লিয়ো আনৰ দৰে মানুহ। অস্ফুট সুৰে সি উচ্চাৰণ কৰিলে - 'এজন জানো শ্বেতাঙ্গৰ দৰে।' কিন্তু নিজকে সি সংযত কৰিলে। বক্তাই যিবোৰ কথাত অধিক জোৰ দিছিল সেইবোৰ কথা সি বর্জন কৰাৰ প্রশ্ন নুঠে। চকুৰ আগত ভাহি উঠিল- মানৱতাবাদী আইনৰ বিৰুদ্ধে

সংগ্ৰামৰত কিছু লোকৰ ছবি - সেই ছবিবোৰ সংবাদপত্ৰত ছপা হৈছিল। উক্লাচক এই ক্ষেত্ৰত প্ৰশ্ন কৰা হ'ল যদিও সি কোনো উত্তৰ নিদিলে। কাৰাবৰণ কৰাৰ সময়তো মানুহবোৰে হাঁহিছিল। কাৰ্লিৰ ভাব হ'ল ঘটনাবোৰ বৰ অদ্ভুত আৰু ৰহস্যপূৰ্ণ।

কাৰ্লিয়ে বৰ মনোযোগেৰে কথাবোৰ শুনিলে। বক্তাই বৰ সতৰ্ক হৈ কথা কৈছিল। বক্তা যেন ডোমনিতকৈও মহৎ ব্যক্তি যদিও ডোমনি এজন শ্বেতাঙ্গ ভদ্ৰলোক। এই ভাবধাৰা কাৰ্লিৰ মনত উদয় হ'ল।

এইবাৰ শ্বেতাঙ্গ ভদ্ৰমহিলাই ভাষণ আৰম্ভ কৰিলে। তেওঁ ক'লে - 'যি আইনে মানুহক সমান চকুৰে নাচায় সেই আইনৰ সতে জেহাদ ঘোষণা কৰা আমাৰ কৰ্তব্য। আপোনালোকে ৰেলগাড়ীৰ যিকোনো আসনত বহিব পাৰে, যিকোনো চাহ দোকানত প্ৰবেশ কৰিব পাৰে। শ্বেতাঙ্গ গুপ্তচৰ দুজন তেতিয়াও টোকা লিখাত মগ্ন। ভদ্ৰমহিলাই একপ্ৰকাৰ কিহৰ বাবে চিন্তা কৰিব? তেওঁ দেখোন সকলো সময়তে সুন্দৰ বোলছবি চাই যাব পাৰে - কিম্বা সমুদ্ৰত স্নান কৰিব পাৰে - অথবা চমৎকাৰ ঘৰত বহি বিশ্ৰাম কৰিব পাৰে। আনতকৈ ভদ্ৰমহিলাগৰাকী যথেষ্ট ৰূপহী, চুলিকোছা ৰ'দত চিক্‌মিক কৰিছে। দেশ এৰাৰ লগে লগে কাৰ্লিক সকলোৱে সাৱধান কৰি দিছিল যে কেপটাউনৰ ৰীতি-নীতি বেলেগ। ছয় নম্বৰ প্ৰদেশত কিছুদিন কটাইছিল। প্ৰথমদিনা অসম্ভৱ ভয় খালেও পিছত সেই শ্বেতাঙ্গহঁতক আৰু ভয় কৰা নাই। হেৰ্নোভাৰ পথৰ কিছু নিলগত কাৰ্লিৰ ঘৰ। অৱস্থা যিমান বেয়া বুলি কৈছিল প্ৰকৃততে সিমান বেয়া নহয়। কিন্তু এই ঘটনাও অভাৱনীয়। আজিৰ জনসভাত বক্তাসকলৰ কথাবোৰ কাৰ্লিৰ বাবে নতুন প্ৰেৰণা। এইবোৰ নিশ্চয় সকলোৱে ভাবে। মহিলাগৰাকীয়ে সকলোকে যুঁজৰ আহ্বান জনাইছে। কাৰ্লিয়েও ইয়াৰ নিষ্পত্তি কৰিব। ক্ৰমশঃ এক সংকল্প তাৰ মনত দৃঢ় হৈ পৰিল। এই সংকল্প ইমান দৃঢ় যে প্ৰথমে সি হাঁহি উৰুৱাই দিব খুজিছিল কিন্তু বক্তৃতা শুনি শুনি সি মন স্থিৰ কৰি পেলালে। কাৰ্লিয়ে নিশ্চয় প্ৰতিবাদ জনাব - প্ৰতিৰোধ কৰিব। সি বৃদ্ধ লাটেগান, উ ক্লাচ, আন, নেলী সকলোকে স্তম্ভিত কৰি দিব। ইয়াৰ বাবে যদি ফাটেকলৈ যাব লগা হয় তথাপি সি অকণো ভয় নকৰে। সংবাদপত্ৰত ছবি প্ৰকাশিত হোৱা লোকৰ দৰে সিও হাঁহি হাঁহি ফাটেকলৈ যাব।

অৱশেষত জনসভাৰ অন্ত পৰিল। ভিৰৰ মাজেৰে কাৰ্লি আগবাঢ়িল। বক্তাজনৰ তেজাল কথাই তাক যথেষ্ট মনোবল দিলে। কথাবোৰ অদ্ভুত কিন্তু অৰ্থবহ। নিজৰ দেশত সি কাহানিও এনে কথা শুনা নাছিল। হঠাতে এখন গাড়ীৰ ব্ৰেকৰ তীব্ৰ শব্দ। কাৰ্লি ৰৈ গ'ল। গাড়ীৰ খিড়িকীৰে এজন খঙাল শ্বেতাঙ্গই গৰ্জি উঠিল - 'চালা জাৰজ সন্তান

কাৰ্লি হতভম্ব হৈ ৰৈ আছিল। তাৰ মুখেৰে কোনো কথা নোলাল। এই লোকজনে কাহানিও দেখা নাই যে এক শ্বেতাঙ্গ ভদ্ৰমহিলাই এক কৃষ্ণাঙ্গক চুৰট দিছে। নীলা পোছাক পৰিহিতা ভদ্ৰমহিলাই কেতিয়াও কাৰ্লিক এনেকৈ গালি দিয়া নাই। এতিয়া ৰেলত উঠি ঘৰলৈ যোৱাই বুদ্ধিমানৰ কাম হ'ব।

কাৰ্লিয়ে ক্ৰমশঃ ষ্টেচন অভিমুখে খোজ দিলে। ষ্টেচনত বহুতো লোক ট্ৰেইনৰ প্ৰতীক্ষাত-অধিকাংশই শ্বেতাঙ্গ। সকলোৱে যেন এতিয়া পৰস্পৰৰ লগত সহযোগ কৰিছে। কিন্তু প্ৰত্যেকৰে দৃষ্টিত এক স্বাভাৱিক ত্ৰস্তভাব। আপোনে পৰক ঘৃণা কৰিছে। প্ৰত্যেকৰে পথ সংকীৰ্ণ। এইবোৰৰ

বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনাবলৈ সেই বক্তাজনে ৰাইজক আহ্বান জনাইছিল। কিন্তু কিদৰে বাৰু? কি উপায়েৰে প্ৰতিবাদ জনাব?

হঠাতে সকলোবোৰ তাৰ আগত অধিক পৰিষ্কাৰ হৈ পৰিল। তাৰ সন্মুখতেই এটি সুযোগ আহি পৰিল। সেই বেঞ্চিখন। ৰেল কোম্পানীৰ সেই বেঞ্চিখনৰ ওপৰত বগা হৰফেৰে লিখা আছে, এক কিংবদন্তী - 'ইউৰোপীয়ৰ বাবে।'

এক মুহূৰ্তৰ বাবে সেই লিখনি দক্ষিণ আফ্ৰিকাৰ দুৰ্দশাগ্ৰস্ত বৰ্ণবিভক্ত সমাজকৰ যন্ত্ৰণাৰ প্ৰতীক। মানুহ হিচাপে নিজস্ব ন্যায্য দাবী জনোৱাৰ অধিকাৰ কাৰ্লিয়ে পালে। এখন সাধাৰণ কাঠৰ বেঞ্চি। সমগ্ৰ দক্ষিণ আফ্ৰিকাৰ সকলো ঠাইতেই এনে প্ৰকাৰৰ হেজাৰ বিজাৰ বেঞ্চি দেখা যায়। এই বেঞ্চিযেই প্ৰতিফলিত কৰিছে দুৰ্বোধ্য এক সমাজ ব্যৱস্থাৰ সমগ্ৰ অন্যায়। মানুহ হিচাপে নিজৰ পৰিচয়ৰ বাবে এই বেঞ্চিযেই এক ডাঙৰ বাধাস্বৰূপ। যদি এই বেঞ্চিতে কাৰ্লি বহিব পাৰে তেন্তে সিয়ো মানুহ। যদি বহিবলৈ ভয় কৰে তেন্তে সি মানৱ সমাজত স্বীকৃত হ'ব নোৱাৰে। কাৰ্লিৰ ভাব হ'ল যদি এই বেঞ্চিত বহিব পৰা যায় তেন্তে প্ৰচলিত অন্যায় ব্যৱস্থাক চুৰমাৰ কৰি দিবলৈ সক্ষম হ'ব। এয়াই এক যুদ্ধৰ সোণালী সুযোগ। কাৰ্লিয়ে প্ৰতিবাদ জনাবই।

বেঞ্চিৰ ওপৰত সি বহি থাকিলেও তাৰ বুকুত যেন লোৰ হাতুৰীয়ে আঘাত কৰিছিল। দুটি বিপৰীতধৰ্মী চিন্তাৰ যুঁজ চলিছিল মনৰ মাজত। এজনে কৈছিল- এই বেঞ্চিত বহাৰ তোৰ কোনো অধিকাৰ নাই। প্ৰথম কণ্ঠস্বৰে তাৰ অতীত জীৱনৰ কথা সোঁৱৰাই দিলে - তাৰ এৰি অহা গ্ৰাম্য জীৱনৰ কথা, দেউতাকৰ বন্দী জীৱনৰ কথা, ককাদেউতাকৰ ভেড়াৰ পালৰ দৰে ক্ৰীতদাস জীৱনৰ কথা -। দ্বিতীয় কণ্ঠস্বৰে কৈছিল - প্ৰতিশ্ৰুতি অনুৰণিত হ'ল, কাৰ্লি তুমি মানুহ। তোমাৰ পিতাই যি কাম কৰাৰ সাহস নাপালে সেই কাম তুমি সমাধান কৰা। যুদ্ধ কৰি মানুহৰ দৰে মৃত্যুবৰণ কৰা।'

কাৰ্লিয়ে এইবাৰ চুৰট জ্বলালে। ভাব হ'ল, কোনোৱে যেন তাক লক্ষ্য কৰিছে। অপ্ৰত্যাশিত ঘটনা। জীৱন বৰ লেহেম গতিৰে আগবাঢ়িছে। মানুহৰ দৈনন্দিন কৰ্মপ্ৰবাহ, জীৱন বা মৃত্যু - একোতেই ব্যাঘাত জন্মা নাই। কোনোবা কণ্ঠই হয়তো ঘোষণা কৰে - 'কাৰ্লি বিজয়ী! আৰু অন্যান্য দহজনৰ দৰে সি এটি ষ্টেচনত চুৰট হুপাত মগ্ন। এয়াই জানো তাৰ বিজয়ৰ প্ৰকাশ? কাৰ্লিয়ে জানো প্ৰমাণ কৰিব পাৰিছে সি যে এজন মানুহ?

এজনী ধুনীয়া কাপোৰ পিন্ধা ভদ্ৰমহিলা প্লেটফৰ্মত থিয় হ'ল। মহিলাই জানো বেঞ্চিত বহিবলৈ প্ৰয়াস কৰিছে? কাৰ্লিৰ মনৰ মাজত পুনৰ অনুৰণিত হ'ল - 'তুমি এই ঠাইখনৰ পৰা উঠা উচিত যাতে এই শ্বেতাঙ্গ ভদ্ৰমহিলাই তোমাৰ কাষত বহিব লগা নহয়। কাৰ্লিয়ে ভ্ৰূ কোচাঁলে। তাৰ পিছত জোৰে চুৰট হুপিবলৈ ধৰিলে। শ্বেতাঙ্গ ভদ্ৰমহিলাই কাৰ্লিক ভ্ৰূক্ষেপ নকৰি আগবাঢ়িল। তেওঁ কি নিজস্ব অধিকাৰ প্ৰতিষ্ঠা কৰিবলৈ ভয় খাইছে?

কাৰ্লিয়ে হঠাৎ বৰ পৰিশ্ৰান্ত অনুভৱ কৰিলে। তৃতীয় এক অস্তিত্বই যেন ক'লে- 'তুমিতো প্ৰতিবাদ জনাবলৈ বেঞ্চিত বহা নাই- বহিছা এইবাবেই যে তুমি বৰ পৰিশ্ৰান্ত। নহয় জানো?

সময়ত ট্ৰেন আহি প্লেটফৰ্ম পালে। যাত্ৰীসকল ট্ৰেনত উঠিছে-নামিছে। ভিৰৰ মাজত কাৰ্লিক কেৱে লক্ষ্য কৰা নাই। কাৰ্লিয়ে এই ট্ৰেনত উঠিয়ে ঘৰলৈ উভতিব পাৰে। এই ট্ৰেনত

উঠি ঘৰলৈ যোৱাই হ'ল সহজতম কাম। কিন্তু এয়া যে হ'ব পৰাজিত তথা আত্মসমৰ্পণৰ চিন চিন্তাত পৰি কাৰ্লিযে পুনৰ চুৰট জ্বলালে। নানান চিন্তাৰ ৰেখাই মনৰ মাজত উক দিলে। তাৰ মনত পৰিল উ ক্লাচৰ কথা— যাৰ লগত গাওঁ এৰি নগৰত থকাৰ কথা আলচ কৰিছিল। মনত পৰিল জিল্‌মিল্ বাদামী ৰঙৰ ৰূপহীবোৰৰ কথা। জীৱন সংগ্ৰামত অভিজ্ঞ প্ৰবীণ ব্যক্তি উ ক্লাচৰ ৰহস্যময চকুযুৰিৰ কথা মনত পৰিল। এৰা, সি বৰ বুধিয়ক- তাৰ মতে দেশে দেশে ভ্ৰমণ কৰি জ্ঞান লাভ কৰাই হ'ল জীৱনৰ শ্ৰেষ্ঠ পন্থা। সিও কেপটাউন চহৰলৈ গৈছিল। ছয় নম্বৰ জিলাত বাদামী ৰূপহীবোৰৰ কথা কোৱাত ঘৃণাত থু ই ছটিয়াইছিল। উ ক্লাচৰ মতে সৃষ্টিকৰ্তাই শ্বেতাঙ্গ আৰু কৃষ্ণাঙ্গবোৰক প্ৰকাৰভেদে সৃষ্টি কৰিছে। আমি সকলোৱে নীতি-নিয়ম মানি চলা উচিত।

'ঠাইখন এৰি দিয়া।'

- এক ৰুক্ষ, কৰ্কশ কণ্ঠস্বৰ তাৰ কাণত পৰিল। কাৰ্লিয়ে কাৰো কথালৈ মনোযোগ দিযা নাই। তাৰ মনত এতিয়া উ ক্লাচৰ চিন্তা। উ ক্লাচে চাগে' তাৰ বাবে সুৰাৰ বটল লৈ অপেক্ষা কৰিছে।

- 'এই জাৰজ পোৱালি। বেঞ্চিৰ পৰা উঠা নাই কিয়? কাৰ্লিৰ পিঠিত যেন বাস্তৱৰ নিৰ্মম চাবুকৰ কোব পৰিল। সি অলপ সংযত হ'ল। অভ্যাসবশতঃ থিয় হ'ব খুজিছিল যদিও হঠাতে আপোন সত্তাৰ পৰিচয় পাই সি উমান পালে যে সি বেঞ্চিত দেখোন বহি আছে। সি ভীষণ পৰিশ্ৰান্ত বোধ কৰিলে। ধীৰে ধীৰে চকু মেলি দেখিলে তাৰ সমুখত এখন ৰঙা পৰা মুখ।

'সোনকালে উঠ।'

এইবাৰ তাৰ পিঠিত যেন চাবুকৰ কোব পৰিল।

'চালা, কুকুৰ, জাৰজ। কথা শুনা নাই নেকি?'

ইচ্ছা কৰিয়ে কাৰ্লিযে ধীৰে ধীৰে চুৰট হুপিছিল। সমুখত তাৰ অগ্নি পৰীক্ষা। দুজন মুষ্টিযোদ্ধাই যিদৰে প্ৰতিযোগিতা আৰম্ভ কৰে আৰু আঘাত পাই পৰস্পৰৰ পিনে চাই ৰয় ঠিক তেনেকৈ চাই থাকিল।

'তেন্তে পুলিচ মাতো।'

কাৰ্লিয়ে তথাপিও তাৰ দুৰ্দমনীয় জেদী ভাব বজাই ৰাখিলে। কথা ক'লেই যে পৰিস্থিতিৰ পৰিবৰ্তন ঘটিব- অৰ্থাৎ সি যি সুবিধা আদায় কৰিছে তাৰ যেন পৰিসমাপ্তি ঘটিব। শ্বেতাঙ্গজনে ক'লে- 'ঠাই এৰা, নহ'লে পুলিচ মাতি আনো।'

কাৰ্লিয়ে মূহুৰ্তৰ ভিতৰতে শ্বেতাঙ্গজনৰ দুৰ্বলতাৰ উমান পালে। শ্বেতাঙ্গজনে যেন ভয অনুভব কৰিছে। এই বেঞ্চিত বহাৰ যুঁজত সি প্ৰথম পদক্ষেপতেই জয়ী হৈছে। চৌদিশে লোকৰ সমাগম হ'ল। বুঢ়া আঙুলি দেখুৱাই উপহাসৰ ভঙ্গীত এজনে চিএৰি উঠিল- 'আফ্ৰিকা'।

কাৰ্লিযে ভ্ৰূক্ষেপ নকৰিলে। চৌদিশে কৌতূহলীৰ ভিৰ বাঢ়িল। সকলোৰে দৃষ্টি একে ঠাইতে নিবদ্ধ- 'এজন কৃষ্ণাঙ্গই শ্বেতাঙ্গৰ বাবে ৰখা নিৰ্দিষ্ট আসনত বহিছে।' কাৰ্লিয়ে নিঃশব্দে চুৰট হুপি থাকিল। বিভিন্নজনৰ বিভিন্ন মন্তব্য।

'ক'লা বান্দৰটোক চোৱা। বেছি প্ৰশ্ৰয় দিলে মূৰত উঠিব। কথা বুজা নাই- 'ক'লাবোৰৰ

বাবে দেখোন সুকীয়া বেঞ্চি দিযা হৈছে।'

'পুলিচ আহিলেই মচলা পাব। ঈশ্বৰে তোমাৰ সপক্ষে থাকিব। তুমি নুঠিবা। আনৰ দৰে তোমাৰো ইযাত বহাৰ সমঅধিকাৰ আছে।'

'কথাবোৰ মই বুজি নাপাওঁ। এই কৃষ্ণাঙ্গবোৰে কিয বাৰু সকলো ঠাইত বহিব নোৱাৰে?'

এই চযতানবোৰক কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰি। আমাৰ এজন কৃষ্ণাঙ্গ লগুৱা আছিল- সি ইমান যে ৪২০- তাৰ কথা আৰু ক'ব নোৱাৰি।

কার্লি নিশ্চন্ত মনে বহি থাকিল। একো কথাই তাৰ কাণত নপৰিল। মনত তাৰ দৃঢ সংকল্প। কোনো অৱস্থাতেই সি নিজৰ ঠাই ত্যাগ নকৰে। সিহঁতৰ যি ইচ্ছা কৰক।

'এই বদমাচটো কিয় ইয়াৰ পৰা উঠা নাই? লিখাখন পঢা নাই নেকি?'

এজন পুলিচ আহি তাৰ সমুখত থিয হ'ল। কার্লিযে তাৰ জকমকীযা পিতলৰ বুটাম আৰু কান্ধৰ বেজ দেখিবলৈ পালে। তোৰ নাম কি? ইযাত কিয বহি আছ? শীঘ্রে ক।' কার্লিয়ে নিজৰ জেদী ভাব নিযত কৰিলে। তাৰ এই ঔদ্ধত্যত পুলিচজন অলপ বিভ্রান্ত হ'ল। মানুহৰ সমাগম ক্রমাৎ বৃদ্ধি পালে।

'এইদৰে কথা কোৱা আপোনাৰ উচিত হোৱা নাই।'

- সেই নীলা বস্ত্র পৰিহিতা শ্বেতাঙ্গ ভদ্রমহিলাই ক'লে।

- নিজৰ যন্ত্রত তেল দিয়ক। দৰকাৰ হ'লে আপোনাৰ সাহায্য ল'ম। আপোনালোকৰ বাবেই এই বদমাচবোৰে প্রশ্রয পাইছে। আনকি ইহঁতে শ্বেতাঙ্গ গাভৰুকো বিযা কৰাবলৈ বিচাৰে। এই উঠ।'

আকৌ কৈছো- 'এওঁৰ লগত ভদ্র সুৰে কথা ক'ব।'

পুলিচজন খঙত ৰঙা পৰিল। মুখেৰে কোনো কথা নোলাল।

'নিজে নুঠিলে তাক লাঠিৰে কোবহি উঠোৱাৰ ব্যৱস্থা কৰাওক।' এই বুলি চিৎকাৰ কৰি এজন শ্বেতাঙ্গ যুৱকে কার্লিৰ চোলাত খামুচি ধৰিলে 'চালা কুলাঙ্গাৰ, জাৰজ'। . ...

কার্লিযে বাধা দিবলৈ চেষ্টা কৰিলে। বেঞ্চি- বেঞ্চিখন হাতেৰে খামুচি ধৰিলে। বহুকেইজনে তাক বাধা দিবলৈ আহিল। এইবাৰ সি উদভ্রান্ত হৈ শাৰীৰিক আঘাত কৰিবলৈ ধৰিলে। হঠাতে তাৰ চকুত কাৰোবাৰ ঘোচা লগাত তীব্র বাধা অনুভৱ কৰিলে। তথাপি কার্লিয়ে প্রতিবাদ জনাই থাকিল। সেই সুযোগতে পুলিচজন তাক হাতকেৰেযা লগাই ভিৰৰ মাজেৰে নিবলৈ ধৰাত বহুতৰে আঘাত তাৰ দেহত পৰিল। হঠাতে সি স্থিৰ হৈ বুজিলে- যুঁজ কৰা এতিযা বৃথা। এতিয়া সি হাঁহিবৰ হ'ল। সি তীব্র প্রতিবাদ জনাইছে- আৰু তাৰ ধাৰণা যে সি বিজয়ী হ'ল। ফলাফল লৈ কোনে মূৰ গৰম কৰিব?

ভিৰৰ মাজেৰে পুলিচে তাক লৈ গ'ল। 'ব'ল, চালা জাৰজ সন্তান এইবাৰ থানালৈ বল। নিশ্চয়।

এযা প্রথম বাৰৰ বাবে কার্লিৰ মুখ মেল খালে। পোনে পোনে পুলিচজনলৈ চালে। শ্বেতাঙ্গৰ বাবে ৰখা নির্দিষ্ট বেঞ্চিত বহাৰ সাহস তাৰ চকুত জলমল কৰিছে। ❑

❑ মূল ৰচনা ঃ হাইনৰিখ বোল

# সিহঁত উৰি নাযায়



বছৰৰ সবাতোকৈ গুৰুত্বপূৰ্ণ সাংস্কৃতিক আৰু সামাজিক ঘটনাৰ কথা জানিব খুজিছে? এই দুটি ঘটনা জানো বিছিন্ন নহয? সংস্কৃতি তথা সমাজ কি অবিচ্ছিন্ন নহয় - শিল্প আৰু সমাজৰ লেখীযা চিৰকালৰ দৰে অবিভেদ্য নহয়নে?

মোৰ কাষত বৰ্ত্তমান বছৰৰ সবাতোকৈ গুৰুত্বপূৰ্ণ তথা প্ৰধান ঘটনা আছিল প্ৰতি বছৰৰ দৰে এইবাৰো মোৰ আত্মীয় বগা ফেঁচাৰ স'তে সাক্ষাৎ কৰাটো, স্থান চিৰিয়াখানা, মোৰ এই আকৰ্ষণৰ মূল কাৰণ হ'ল তাই সকলো সময়তে দৃষ্টিগোচৰ নহয়, আৰু

সকলোৰে সমুখত কেতিয়াও দেখা নিদিয়ে। তাইৰ প্ৰতি মোৰ আকৰ্ষণৰ অন্য কাৰণ হ'ল তাই বৰ ধুনীয়া, ইমান শুদ্ধ, ইমান বন্য আৰু বুদ্ধিমান। তাই বৰ সাহসী যদিও এই মুহূৰ্ত্তত তাই নিজৰ সাহস কামত প্ৰয়োগ কৰিব পৰা নাই। তাইৰ সাহসৰ সৱাতোকৈ নিম্ন অংশ গণনা কৰাৰ ফলতেই তাইক সঁজাত বন্দী কৰা হৈছে, তাইৰ প্ৰতি মই কি অৱস্থাত বাৰু কথা কওঁ?

কওঁক, এজন সাহিত্যিকে এজনী বগা ফেঁচাৰ সৈতে কি অৱস্থাত ভাব বিনিময় কৰিব? অৱশ্যে আঙ্গিক আৰু সাৰ বস্তু লৈ যাৰ কোনো মীমাংসাই কেতিয়াও শেষ নহয়। আমাৰ এই বছৰৰ আলাপ-আলোচনাৰ বিষয় আছিল স্বাধীনতাৰ আঙ্গিক আৰু সাৰ।

মই বগা ফেঁচাক প্ৰশ্ন কৰিছিলো - তাইক পেলিকান আৰু কোনডৰদৰ দৰে মুক্ত প্ৰাঙ্গনত থাকিবলৈ দিয়া হৈছিল নে নাই? মাথোন মোক কৈছিল - এৰা, যি প্ৰস্তাৱ তাইক দিয়া হৈছিল - সেয়া অস্বীকাৰ কৰি সজাকেই গ্ৰহণ কৰিছে।

হতবুদ্ধি হৈ মই নীৰৱে থাকিলো, ভাব হ'ল, আগতেও বহুবাৰ এনে হৈছে - এই শুদ্ধ, সুন্দৰ, বন্য বান্ধৱীৰ সতে কথা কোৱাৰ সময়ত মোৰ নিজকে মূৰ্খ বুলি ভাব হ'ল।

তুমি তেন্তে দেখা নাই - তাই মোক প্ৰশ্ন কৰিলে। পেলিকান আৰু কোনডৰদৰ কি অৱস্থা হৈছে? নিশ্চয়, মই ক'লো - মই দেখিছো সিহঁতে সিহঁতৰ পাখিবোৰ কেনেদৰে প্ৰসাৰিত কৰে আৰু সঞ্চালন কৰে - সিহঁতৰ ৰাজকীয় ভঙ্গীমা প্ৰকাশ পায়। আৰু তুমি?

মোক বগা ফেঁচাই সুধিলে - সিহঁতক উৰি যোৱা দেখা পাইছা? মই ক'লো, ওহো, সিহঁতে উৰি নাযায়। কিন্তু কিয়, কব পাৰানে মূৰ্খ বন্ধু মোৰ? বগা ফেঁচাই মোক সুধিলে - আৰু ক'লে সিহঁতে পাখি দোৱাবলৈ আৰু ঘূৰাবলৈ পাৰে সিহঁতৰ ৰাজকীয় ভঙ্গীমা প্ৰকাশ কৰিব পাৰে কিন্তু উৰি যাব নোৱাৰে। কাৰণ সিহঁতৰ ভৰিবোৰ বান্ধি দিয়া হৈছে।

সেয়ে মই সজাঁত থকাটোৱে বাচনি কৰিছো। মুক্ত চোতালত বাধা নাই - কিন্তু ভৰি শৃঙ্খলিত। সজা মানেও বন্দীত্ব কিন্তু ভৰি মুক্ত?

মোৰ দৰে সিহঁতেও উৰিব নোৱাৰে। ❑

❑ খলিলজিব্রান

# মৰিশালিৰ চিঞৰ

**প্ৰথম খণ্ড ঃ**

এমিৰে বিচাৰ কক্ষলৈ আহি নির্দ্দিষ্ট আসন গ্ৰহণ কৰিলে, তেওঁৰ সোঁকাষে বাওঁকাষে ৰাজ্যৰ জ্ঞানীসকল বহিল। প্ৰহৰীবোৰে অস্ত্ৰ শস্ত্ৰৰে সজ্জিত হৈ নিবিষ্ট মনে পহৰা দি আছিল আৰু বিচাৰ চাব অহা মানুহখিনিয়ে এমিৰৰ আগমনত সম্ভ্ৰমেৰে মূৰ দোৱালে যাৰ চকুত এনে এক বিস্ময়ৰ ভাব ফুটি উঠিছিল যিযে মানুখিনিৰ অন্তৰ আতঙ্কিত কৰি তুলিছিল। যেতিয়া বিচাৰ



কক্ষ শান্ত হ'ল আৰু বিচাৰৰ সময় আহিল, এমিৰে হাত দাঙি চিঞৰি ক'লে, 'অপৰাধীবিলাকক লৈ আহা আৰু সিহঁতৰ অপৰাধবোৰ মোৰ আগত কোৱা।' খাওঁ খাওঁকৈ মুখ মেলি থকা হিংস্ৰ জন্তুৰ দৰে বন্দীশালৰ দুৱাৰ মুকলি হ'ল। বন্দীশালৰ আন্ধাৰ কুঠৰীত বন্দীৰ হা-হুমুনিয়াহৰ লগতে শিকলিৰ ঝনঝননিৰ কোৰাচ প্ৰতিধ্বনিত হ'ল। নৰকৰ পৰা অহা মৃত্যুৰ চিকাৰবোৰ চাবলৈ দৰ্শক উদগ্ৰীৱ হৈ আছিল। কন্তেক পিছতে দুজন সৈনিকে যুৱক এজনক পিছফালে হাত দুখন বান্ধি লৈ আহিল। তাৰ মুখৰ কাঠিন্যতাই অন্তৰৰ শক্তি আৰু আত্মাৰ মহানতাৰ কথাকে কৈছিল। বিচাৰ কক্ষৰ মাজ ভাগতে তাক ৰখাই সৈনিক দুজনে মাৰ্চ কৰি পিছুৱাই গ'ল। এমিৰে

যুৱকৰ ফালে কিছুসময় চাই থাকি ক'লে 'মোৰ সমুখত গৰ্ব্ব আৰু বিজয় ভাবত থিয় দি থকা এই যুৱকে কি অপৰাধ কৰিছে বাৰু?' এজন সৈনিকে উত্তৰ দিলেঃ 'সি এজন হত্যাকাৰী। এমিৰৰ বিষয়া এজন যোৱাকালি যেতিয়া ওচৰৰ গাওঁ এখনলৈ গুৰুত্বপূৰ্ণ কাম এটাত গৈছিল, তেতিয়া ই বিষয়াজনক হত্যা কৰিছে, তাক গ্ৰেপ্তাৰ কৰাৰ সময়ত তাৰ হাতত তেজ লগা তৰোৱালখন মজুত আছিল।' ক্ৰোধান্বিত এমিৰে আদেশ দিলে 'আন্ধাৰ বন্দীশাললৈ তাক উভটাই লৈ যোৱা আৰু গধুৰ শিকলিৰে তাক বান্ধি থবা, ৰাতিপুৱাই তাৰ তৰোৱালখনেৰেই তাৰ মূৰটো কাটি গা ডোখৰ হাবিত পেলাই দিবা যাতে জন্তু জনোৱাৰে তাৰ মাংসৰ সোৱাদ পাব পাৰে আৰু বতাহে তাৰ মাংসৰ গোন্ধ বন্ধু বান্ধব আৰু পৰিয়ালৰ নাকলৈ কঢ়িয়াই নিব পাৰে।' যুবকক বন্দীশাললৈ লৈ গ'ল। দৰ্শকে তেওঁলৈ দুখ মনেৰে চালে, কাৰণ তেওঁ জীৱনৰ বসন্ত পাইছিলহে।

সৈনিক দুজন আকৌ ঘূৰি আহিল ধুনীয়া তিৰোতা এজনী লৈ। তাই শেতা পৰি গৈছিল আৰু মুখত নিৰ্য্যাতন আৰু অসন্তোষৰ ভাব পৰিস্ফুট আছিল। তাইৰ চকু চকুলোৰে সিক্ত আৰু দুখৰ ভৰত মূৰ দো খোৱা। তাইৰ ওপৰত ভালদৰে দৃষ্টি বুলাই এমিৰে সুধিলে 'এই দুৰ্ব্বল তিৰোতাজনী, যিয়ে মোৰ আগত মৰা মানুহৰ দৰে থিয় হৈ আছে কি দোষ কৰিছে? এজন সৈনিকে উত্তৰ দিলে 'তাই দুশ্চৰিত্ৰা; যোৱাকালি তাইৰ গিৰিয়েকে অন্য এজন মানুহৰ বুকুৰ মাজত তাইক আবিষ্কাৰ কৰিছে। প্ৰেমিক পলাই যোৱাৰ পিছত গিৰিযেকে তাইক আইনৰ ওচৰত সমৰ্পণ কৰিছে। বন্দীশাললৈ নি তাইক কাঁইটীয়া বিচনাৰ ওপৰত পেলাই থোৱা যাতে তাই প্ৰেমিকৰ লগত আমেজ কৰাৰ শাস্তি পায়। প্ৰেমিকৰ মিঠা চুমাবোৰৰ কথা মনত পেলাবলৈ তাইক তিতা মিহলাই মদ খাবলৈ দিবা। ৰাতিপুৱাই তাইৰ উলঙ্গ দেহা নগৰৰ ৰাস্তালৈ লৈ যাবা আৰু শিল মাৰি মাৰি তাইক শেষ কৰিবা। তাৰ পিছত বাঘ-শিয়ালক তাইৰ মাংসৰ সোৱাদ লবলৈ দিবা। তাই যেতিয়া আন্ধাৰ কুঠৰীলৈ খোজ লৈছিল, দৰ্শকে তাইক সহানুভূতিৰে চাইছিল। তেওঁলোকে এমিৰৰ বিচাৰত আচৰিত হৈছিল আৰু তাইৰ ভাগ্যৰ কাৰণে দুখ কৰিছিল। এইবাৰ এজন বৰ দুখ লগা আৰু থৰথৰকৈ কঁপি থকা মানুহক লৈ সৈনিক দুজনৰ আবিৰ্ভাব হ'ল। উত্তৰমুখী বতাহত সৰু গছ পুলি এডাল যেনেকৈ কঁপি থাকে, মানুহজনেও তেনেকৈ থৰথৰকৈ কঁপি আছিল। তেওঁক শক্তিহীন, ভয়াতুৰ আৰু বৰ ৰুগীয়া যেন লাগিছিল। এমিৰে তেওঁৰ ফালে ঘৃণাৰে চাই সুধিলে ঃ 'জীৱন্তৰ মাজত মৃতকৰ দৰে থকা এই লেতেৰা মানুহজনৰ দোষ কি?' প্ৰহৰী এজনে উত্তৰ দিলে ঃ 'সি এজন চোৰ, গীৰ্জাৰ পবিত্ৰ পাত্ৰ সি চুৰ কৰিছে আৰু তাক গ্ৰেপ্তাৰ কৰাৰ সময়ত তাৰ কাপোৰৰ তলত চুৰ কৰা বস্তুবিলাক পোৱা গৈছে।'

আহত পাখিৰ চিকাৰী চৰাইলৈ চাই থকা ভোকাতুৰ ঈগলৰ দৰে এমিৰে তাৰ ফালে চাই কলে,ঃ "জেললৈ নি তাক বান্ধি থোৱা আৰু ৰাতিপুৱাই ওখ গছ এডালত স্বৰ্গ আৰু মৰতৰ মাজতে তাক ফাঁচী দিবা; তাৰ পাপী হাত দুখন ধ্বংস কৰি দেহৰ প্ৰতি অংগকে সৰু সৰু টুকুৰা কৰি বতাহক কঢ়িয়াই লৈ যাবলৈ দিবা।" চোৰজনে যেতিয়া কম্পিত খোজেৰে জেলৰ ভিতৰলৈ সোমাই গ'ল; মানুহবোৰে ফুচফুচাই কবলৈ আৰম্ভ কৰিলে "ইমান দুৰ্ব্বল মানুহজনে কেনেকৈ বাৰু গীৰ্জাৰ পবিত্ৰ পাত্ৰ চুৰ কৰিলে?"

সিদিনালৈ ইমানতে বিচাৰ শেষ হ'ল আৰু এমিৰে জ্ঞানীগণ আৰু প্ৰহৰীসহ ওলাই গ'ল। দৰ্শকো যেনি তেনি গুছি গ'ল আৰু বন্দীৰ দুখৰ শ্বাস নিশ্বাসৰ শব্দৰ বাহিৰে ঠাইখনত শূন্যতাই বিৰাজ কৰিলে। এই সকলোবোৰ ঘটিছিল মই যেতিয়া পাৰ হৈ ভূত বিলাকৰ সমুখত তাত আয়নাৰ দৰে থিয় দি আছিলো। মই চিন্তা কৰি আছিলো মানুহে মানুহৰ বাবে সৃষ্টি কৰা আইন, মানুহে যাক 'ন্যায়' আখ্যা দিয়ে আৰু জীৱনৰ গোপন সত্যৰ কথা। বিশ্ব ব্ৰহ্মাণ্ডৰ অৰ্থ বুজিবলৈ মই চেষ্টা কৰিছিলো। মেঘৰ আঁৰত অদৃশ্য হোৱা দিগন্তৰ দৰে মই নিজকে অবিষ্কাৰ কৰি বোবা হৈ গৈছিলো। মই যেতিয়া সেই ঠাই এৰিলো, মই নিজকে নিজে কলো, 'শাক-পাচলি মাটিৰ ওপৰত গজে, গৰু-ছাগলীয়ে সেই শাক-পাচলি খায়, যাড়ে সেই কুকুৰনেচীয়াক বশ কৰে আৰু সিংহই সেই যাড়কো ভক্ষণ কৰে, তথাপি সিংহ মৃত্যুৰ অধীন। এনেকুৱা কোনো ক্ষমতাবান আছেনে যিয়ে মৃত্যুক জয় কৰিব পাৰে আৰু এই নৃশংস কথাবোৰৰ চিৰন্তন ন্যায় আনিব পাৰে? এনেকুৱা কোনো শক্তি আছেনে যিয়ে এই সকলো কুৎসিৎ কথাকে সুন্দৰকৈ ৰূপান্তৰ কৰিব পাৰে? এনেকুৱা কোনো শক্তি আছেনে যিয়ে জীৱনৰ সকলো বস্তু আনন্দেৰে সাবটি লব পাৰে, সাগৰে যেনেকৈ সৰু সৰু নদী, জান জুৰিক আনন্দেৰে নিজৰ বুকুত সোমাই লয়? এনেকুৱা কোনোবা ক্ষমতাশালী আছেনে যিযে হত্যা আৰু হত্যাকাৰী, দুশ্চৰিত্ৰ আৰু চোৰক বন্দী কৰি এমিৰৰ আদালততকৈ এখন উচ্চ ন্যায়পূৰ্ণ আদালতৰ ওচৰলৈ আনিব পাৰে?

## দ্বিতীয় খণ্ড

তাৰ পিছদিনাখনেই মই গাওঁৰ মুকলিলৈ বুলি নগৰ এৰিলো য'ত নীৰৱতাই আত্মাৰ কাষত প্ৰকাশ কৰে - অন্তৰে যি বিচাৰে আৰু য'ত পৰিষ্কাৰ আকাশে ধ্বংস কৰে হতাশাৰ বীজ; আন্ধাৰ ঠাই আৰু নগৰৰ অলিয়ে গলিয়ে তাৰেই হয় শুশ্ৰূষা। মই যেতিয়া উপত্যকা পালো, এজাক কাউৰী আৰু শগুণ দেখিলো যিয়ে এবাৰ ওপৰলৈ আনবাৰ তললৈ চো মাৰি পাখিৰ ঢপঢপনি আৰু চিঞৰেৰে আকাশ মুখৰিত কৰি আছে। আগুৱাই গৈ দেখিলো গছ এডালত মানুহ এজন ওলমি আছে, শিলৰ দমৰ মাজত মৃত উলঙ্গ তিৰোতা এজনী পৰি আছে আৰু তেজেৰে তুমৰলি হৈ ডিঙি কটা যুৱক এজনৰ মৃতদেহ পৰি আছে। এইটো আছিল আতংক ভৰা দৃশ্য— যিয়ে মোৰ চকুত কলা আবৰণ টানি দিছিল। মই চাৰিওফালে চাই একো নেদেখিলো, মাথোন দেখিলো সেই ভয়াবহ অবশিষ্টৰ কাষত থিয় দি আছে মৃত্যু বিভীষিকা। মানৱ দেহৰ ওপৰত পৰি টনা আজোৰা কৰা কাউৰী, শগুণৰ চিঞৰ— নেদেখা কিবা এটাৰ অপ্ৰকাশ্য শব্দৰ বাহিৰে তাত একো শব্দই নাছিল। তিনিটা মানৱ— যিযে কালিলৈকে জীৱনৰ কোলাত আশ্ৰয় লৈ আছিল, আজি মৃত্যুৰ কোলাত শুব লগা হ'ল, কাৰণ সিহঁতে মানৱ সমাজৰ নিয়ম ভঙ্গ কৰিছে। যেতিয়া এজন মানুহে অন্য এজন মানুহক মাৰে, তেওঁক হত্যাকাৰী বুলি কোৱা হয়; কিন্তু এমিৰে যেতিয়া মাৰে, এমিৰ ন্যায়ৰ প্ৰতীক। যেতিয়া মানুহ এজনে কিবা চুৰ কৰে, আন মানুহৰ দৃষ্টিত তেওঁ চোৰ; কিন্তু এমিৰে যেতিয়া তেওঁৰ জীৱনটো কাঢ়ি লৈ যায় এমিৰ তেতিয়া সন্মানীয়। যেতিয়া তিৰোতা এজনীয়ে তাইৰ গিৰিয়েকক প্ৰবঞ্চনা কৰে, তাই দুশ্চৰিত্ৰা কিন্তু এমিৰে যেতিয়া তাইক উলঙ্গ কৰি নগৰৰ ৰাস্তাত খোজ কঢ়াইছিল আৰু শিল মাৰি মাৰিছিল, এমিৰ মহান বুলি স্বীকৃত হৈছে। তেজ শুহি মানুহ খোৱাটো নিষিদ্ধ; কিন্তু এমিৰৰ কাৰণে

সেইটো কোনে আইনগত কৰিলে? টকা চুৰ কৰাটো দোষণীয়, কিন্তু এমিৰে মানুহ এজনৰ জীৱন লোৱাটো মহান কাম। গিৰিযেকক প্ৰৱঞ্চনা কৰাটো বেয়া কথা, কিন্তু জীৱন্ত দেহ এটা শিল দলিযাই হত্যা কৰা দৃশ্যটো ধুনীয়া। আমি বেয়াৰ দ্বাৰা বেযাৰ অবসান ঘটোৱাটো উচিতনে আৰু তাকে আইন বুলি কব পাৰোনে? নিজে ডাঙৰ দুৰ্নীতি কৰি দুৰ্নীতিৰ বিৰুদ্ধে যুজ কৰা উচিতনে আৰু এনে শাসন মানি লব পাৰোনে? আমি অগণন অপৰাধীৰ দ্বাৰা অপৰাধী জয় কৰিব পাৰোনে আৰু নকওঁনে এয়ে ন্যায়? অতীত জীৱনত এমিৰে কোনো মানুহকে অন্যায় কৰা নাইনে? তেওঁ দুশ্চৰিত্ৰমূলক কামত কেতিযাও লিপ্ত হোৱা নাইনে? তেওঁ যেতিয়া হত্যাকাৰীজনক কাটিছিল, চোৰক ফাঁচী দিছিল আৰু দুশ্চৰিত্ৰা তিৰোতাজনীক শিল দলিয়াই মাৰিছিল, তেওঁ সম্পূৰ্ণৰূপে দোষমুক্ত আছিলনে? চোৰক গছত ওলোমাই থোৱা মানুহবোৰ কোন? স্বৰ্গৰ পৰা নামি অহা তেওঁলোক দেবদূত নেকি? নে অন্যাযভাবে ক্ষমতা লভি আনক শোষণ কৰা মানৱ নামৰ প্ৰাণী! কোনে হত্যাকাৰীজনৰ মূৰটো কাটিলে? তেওঁলোক স্বৰ্গৰ বাসিন্দা নে যলৈ'কে যায় তাতেই সৰ্ব্বসাধাৰণক তেজ শোষণ কৰা সৈনিক? তথাকথিত বেয়া চৰিত্ৰৰ তিৰোতাজনীক কোনে শিল দলিযাই মাৰিলে? তেওঁলোক পবিত্ৰতাৰ প্ৰতীক — কোনোবা আশ্ৰমৰ পৰা অহা ঋষি মুনি নেকি? নে আইনৰ সুৰক্ষা লৈ সাধাৰণ মানুহৰ ওপৰত নিৰ্য্যাতন চলাই আনন্দ লাভ কৰা তথা কথিত অসাধাৰণ মানুহ? আইননো কি? স্বৰ্গৰ অভ্যন্তৰৰ পৰা সূৰ্য্যৰ সতে অহা ইযাক কোনে দেখিছে? কোন মানুহে ঈশ্বৰৰ অন্তৰ দেখিছে আৰু তেওঁৰ ইচ্ছা আৰু উদ্দেশ্যৰ সম্ভেদ পাইছে? কোন শতিকাত দেবদূতে মানুহৰ জগত সভা পাতি তেওঁলোকক উপদেশ দিছিল ঃ "দুবৰ্বলজনক জীৱন উপভোগৰ পৰা বিৰত ৰাখিবা; তৰোৱালৰ তীক্ষ্ণ ধাৰেৰে আইনৰ বাহিৰৰ লোকক দুচোৱা কৰিবা আৰু নাৰীসকলক লৌহ ভৰিৰে গচকি মাৰিবা।" মই যেতিযা এনেদৰে মানসিক কষ্টত ভুগি আছিলো, ওচৰৰ ঘাঁহনি ডৰাত কাৰোবাৰ পদধ্বনি শুনা পালো আৰু গছৰ সিপাৰৰ পৰা ছোৱালী এজনী আহি থকা দেখা পালো। চাৰিওফালে সন্তৰ্পণে চকু দি তাই মৰাশ তিনিটাৰ কাষ চাপিল। প্ৰথমে তাই যুবকৰ কটা মূৰটো দেখা পালে। আঠুকাঢ়ি কটা মূৰটো কম্পিত হাতেৰে সাবটি ধৰি তাই কান্দিব ধৰিলে। তাৰ পিছত তাই ৰক্তাক্ত হৈ পৰা কেকোৰা চুলিখিনিত আঙুলি বুলাই বিনাব ধৰিলে যিটো ভগ্ন অন্তৰ এখনৰ পৰা ওলোৱাহে সম্ভৱ। তাই আৰু সেই দৃশ্য সহিব নোৱাৰিলে। কটা গা ডোখৰ নলালৈ চোচৰাই নি কান্ধৰ মাজত মূৰটো থৈ মাটি জাপি দিলে যুৱকৰ মূৰটো - কটা তৰোৱালখন কবৰৰ ওপৰত পুতি দিলে।

তাই যেতিযা যাবলৈ থিয় হ'ল, মই তাইৰ ফালে আগবাঢ়িলো। মোক দেখি তাই ভয় খালে আৰু চকুলোৰে একো নেদেখা হ'ল। দুখৰ হুমুনিয়াহ এৰি তাই অনুৰোধৰ সুৰত ক'লে ঃ 'মোক এমিৰৰ ওচৰলৈ যাবলৈ দিযা। যিয়ে মোক অপমানজনক জীৱনৰ পৰা ৰক্ষা কৰিছে। তেওঁৰ মৰাশটো হিংস্ৰ জন্তুৰ খাদ্য হবলৈ এৰি দিয়াতকৈ মৰাই শ্ৰেয়। মই ক'লো 'হে দুৰ্ভগীয়া ছোৱালী; মোক ভয় নকৰিবা। তুমি অহাৰ আগতেই মই মৃত যুৱকৰ ওচৰত শোক প্ৰকাশ কৰিছো। কিন্তু যুৱকে কেনেকৈ তোমাক অপমানজনক অৱস্থাৰ পৰা ৰচালে মোক তাকেই কোৱা।" তাই দুৰ্ব্বল মাতেৰে কব ধৰিলে ঃ 'এমিৰৰ এজন বিষয়াই আমাৰ ফাৰ্মলৈ কৰ সংগ্ৰহৰ

বাবে আহিছিল। তেওঁ মোক দেখি বাঘে ভেড়া পোৱালী চোবাদি চাবলৈ ধৰিলে। তেওঁ দেউতাৰ ওপৰত গধুৰ কৰ আৰোপ কৰিলে যিটো অত্যন্ত চহকীজনেও পৰিশোধ কৰিবলৈ অপাৰগ হ'ব। দেউতাই সিমান পৰিমাণৰ কৰ দিব নোৱাৰাৰ অপৰাধত পণবন্দী হিচাবে তেওঁ মোক এমিৰৰ ওচৰলৈ লৈ গ'ল। মোক এৰি দিবলৈ তেওঁক কাতৰ অনুৰোধ কৰিলো, কিন্তু মোৰ কথাত গুৰুত্ব দিবলৈ তেওঁৰ অন্তৰত অলপো দয়া নাছিল। উপায়হীন হৈ সহায়ৰ বাবে চিঞৰিলো আৰু এই যুবকজন— যিজন এতিয়া মৃত, মোৰ সহায়ৰ কাৰণে আহিল আৰু মোক জীৱন্ত মৃত্যুৰ পৰা ৰক্ষা কৰিলে। বিষয়াজনে যুবকক হত্যা কৰিবলৈ চেষ্টা কৰিছিল কিন্তু যুবকে আমাৰ ঘৰৰ বেৰত ওলমি থকা পুৰণি তৰোৱালখনেৰে বিষয়াজনক কাটি পেলালে। অপৰাধীৰ দৰে যুবকজন পলাই নগৈ তাতে ৰৈ থাকিল আৰু শেষত আইনে যুবকক গ্রেপ্তাৰ কৰি লৈ গ'ল'। এই কথাই প্রত্যেক সঁচা অন্তৰ থকা মানুহকে দুখেৰে প্লাবিত কৰিব। ছোৱালীজনী লাহে লাহে আতঁৰি গ'ল। কেই মুহূৰ্ত্তমানৰ পিছত মুখখন ঢাকি ডেকা এজন আহি থকা দেখিলো। দুশ্চৰিত্রা বুলি দোষী সাব্যস্ত কৰি মৃত্যুদণ্ড দিয়া তিৰোতাগৰাকীৰ মৰাশৰ কাষ চাপি ডেকাজনে নিজৰ চোলাটো খুলি উলঙ্গ মৰাশটো ঢাকি দিলে। তাৰ পিছত গাউনৰ তলৰ পৰা ডেগাৰ এখন উলিয়াই এটা গাঁত খান্দিলে আৰু মৰাশটো তাতে সযতনে থৈ মাটি আৰু চকুলোৰে ঢাকি দিলে। কামটো সমাধা কৰি তেওঁ কেইটামান ফুল ছিঙি আনিলে আৰু ভক্তিভাবেৰে কবৰৰ ওপৰত ছটিয়াই দিলে। তেওঁ যেতিয়া যাবলৈ ওলাল, মই তেওঁক আগচি ধৰি প্রশ্ন কৰিলো ঃ 'এই তিৰোতাজনীৰ লগত তোমাৰ সম্পর্ক কি? আৰু তোমাৰ জীৱন বিপদাপন্ন কৰি ইয়ালৈ আহি মৰাশটো হিংস্র জন্তুৰ পৰা ৰক্ষা কৰিবলৈ তোমাক কিহে অনুপ্রাণিত কৰিছে?' কিছু সময় একেথিৰে চাই যুবকে দুখবহ জীৱনৰ কথা আৰম্ভ কৰিলে। 'মযেই সেই দুৰ্ভগীয়াজন যাৰ প্রেমৰ বাবে এই তিৰোতাজনী মৰিব লগা হ'ল। আমি দুয়ো বাল্যকালৰ পৰাই ভাল পাওঁ। আমি একেলগে ডাঙৰ দীঘল হৈছিলো। মৰম— যাক আমি ভক্তি সহকাৰে উভয়ে উভয়ক দিছিলো, আমাৰ অন্তৰৰ ভগবান স্বৰূপ আছিল। এবাৰ মই কিবা কামত নগৰৰ পৰা বাহিৰলৈ গৈছিলো। ঘূৰি আহি দেখো যে তাইৰ দেউতাকে তাই কেতিয়াও ভাল নোপোৱা মানুহ এজনৰ লগত বিয়াত বহিবলৈ বাধ্য কৰাইছে। মোৰ জীৱনটো অনন্ত সংগ্রামলৈ ৰূপান্তৰ হ'ল আৰু দিনবোৰ আন্ধাৰ ৰাতি হৈ পৰিল। মই শান্ত হৈ থাকিব বিচাৰিলেও আত্মাই নামানে। শেষত তাইৰ সুন্দৰ কণ্ঠস্বৰ আৰু ধুনীয়া চকুযুৰি দেখাৰ উদ্দেশ্যে এদিন গোপনে তাইৰ ঘৰ ওলালোগৈ। সেই সময়ত তাই অকলশৰে দুৰ্ভাগ্যৰ কথা ভাবি ভাবি শোক কৰি আছিল। মই তাইৰ কাষত বহিলো। নীৰৱতা আছিল আমাৰ গুৰুত্বপূর্ণ কথা বতৰা আৰু সততা সংগী। নীৰৱ বুজাবুজিৰ মাজেৰে এঘন্টা পাৰ হৈ গ'ল। এনেতে তাইৰ গিৰিয়েক আহিল। মোৰ সাবধান বাণী নেওচি তেওঁ তাইক ৰাস্তালৈ টানি লৈ গ'ল আৰু চিঞৰি চিঞৰি কবলৈ ধৰিলে ঃ 'আহা সকলোৱে চোৱাহি, এই দুশ্চৰিত্রা নাৰী আৰু তাইৰ প্রেমিকক। ওচৰ চুবুৰীয়াসকল দৌৰি আহিল আৰু শেষত আইনে তাইক এমিৰৰ ওচৰলৈ লৈ গ'ল; কিন্তু সৈন্যবিলাকে মোক স্পর্শই নকৰিলে। দেউতাকৰ দোষৰ বাবেই তাই মৃত্যুক আকোৱালি ল'ব লগা হ'ল।

এইখিনি কৈ যুবকে নগৰ অভিমুখে গুছি গ'ল। মই গছৰ ডালত ওলমি বতাহত দুলি

থকা চোৰজনৰ মৰাশটোৰ কথা চিন্তা কৰিবলৈ ধৰিলো কোনোবাই হয়তো তাক নমাই আনি প্ৰেমৰ শ্বহীদ আৰু সন্মান ৰক্ষকৰ কাষত পৃথিৱীৰ বুকুত শুৱাই থোৱাৰ আশাত বৈ আছে। এঘন্টা মানৰ পিছত কান্দি কান্দি বৰ দুৰ্ব্বল তিৰোতা এজনী আহিল। গছত ওলমি থকা মানুহজনৰ সমুখত থিয় হৈ তাই প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। তাৰ পিছত অতি কষ্টেৰে তাই গছডালত উঠি দাতেঁৰে কামুৰি ৰচীডাল ছিঙি পেলালে। মৰাশটো গধুৰ তিতা কাপোৰৰ দৰে ধুপুচকৈ মাটিত পৰি গ'ল। তাই নামি আহিল, গাঁত এটা খান্দিলে আৰু আন দুজন অপৰাধীৰ কাষতে গিৰিয়েকৰ মৃতদেহটো পুতি থলে। মাটি জাপি দিয়াৰ পিছত তাই দুডাল কাঠ আনিলে আৰু ক্ৰচৰ আকাৰত মূৰৰ কাষত স্থাপন কৰিলে। তাই যেতিয়া যাবলৈ ওলাল মই তাইক সুধিলো ঃ 'কিহে তোমাক ইয়ালৈ আহি এই চোৰজনক কবৰ দিবলৈ অনুপ্ৰেৰণা যোগালে?' তাই মোৰ ফালে বৰ দুখ লগাকৈ চাই ক'লে ঃ 'তেওঁ মোৰ বিশ্বাসী স্বামী আৰু দয়ালু সংগী। ভোকত খাবলৈ নেপাই মৰিবলৈ ওলোৱা পাঁচটা শিশুৰ তেওঁ পিতৃ; ডাঙৰজনৰ আঠ বছৰ আৰু সৰুজন এতিয়াও প্ৰতিপালন কৰিব লগা হৈ আছে। মোৰ স্বামী চোৰ নাছিল, গীৰ্জাৰ মাটিত খেতি কৰা এজন খেতিয়কহে আছিল। গধূলিপৰত ঘৰলৈ উভতাৰ সময়ত পুৰোহিতে যি অলপ খাদ্য আৰু ধন দিয়ে, সেইখিনিৰে আমাক কোনোমতে পোহপাল দি আছিল। ডেকা অৱস্থাৰ পৰাই তেওঁ তাত কাম কৰিছিল কিন্তু তেওঁ যেতিয়া দুৰ্বল হৈ পৰিল তেওঁক খেদি দিয়া হ'ল আৰু আমাৰ ল'ৰা ডাঙৰ হলেহে কাম কৰিবলৈ পঠাবলৈ ক'লে। স্বামীয়ে যীশু আৰু স্বৰ্গৰ দূতৰ নামত তেওঁক ৰাখিবলৈ কাতৰ অনুৰোধ কৰিলে, কিন্তু তেওঁলোকে কোনো গুৰুত্বই নিদিলে। স্বামী বা খাদ্যৰ কাৰণে হাহাকাৰ কৰি থকা শিশুকেইটাৰ প্ৰতি তেওঁলোকৰ অলপো দয়া নহ'ল। কাম বিচাৰি তেওঁ নগৰলৈ গৈছিল কিন্তু সকলো নিস্ফল, কাৰণ চহকী লোকে বলবান কৰ্মী বিচাৰে। তাৰ পিছত তেওঁ ৰাস্তাৰ দাতিত বহি দুৰ্ভাগ্যৰ কথা কৈ পাৰ হৈ গৈ থকা বাটৰুৱাৰ ওচৰত ভিক্ষা খুজিছিল। কিন্তু কোনোৱে অলপো সহায় নকৰিলে। তেওঁলোকৰ বক্তব্য হ'ল দুৰ্বল আৰু এলেহুৱা মানুহে সহায় পোৱাৰ যোগ্য নহয়। এদিন ৰাতি শিশুকেইটাৰ ভোক সহ্য কৰিব নোৱাৰি স্বামীৰ দৃষ্টিভঙ্গী সলনি হ'ল আৰু আন্ধাৰৰ আঁৰ লৈ ঘৰ এৰিলে। গীৰ্জাৰ ভডাল ঘৰত সোমাই এপাচি গম ল'লে। ভডালৰ পৰা ওলাব ধৰোতেই ৰখীয়াসকল সাৰ পালে আৰু নিৰ্দ্দয়ভাবে তেওঁক প্ৰহাৰ কৰি হাতকেৰেয়া লগাই ৰাতিপুৱাৰ লগে লগে এমিৰৰ কাষলৈ আনি অভিযোগ দিলে যে এই চোৰজনে গীৰ্জাৰ পবিত্ৰ পাত্ৰ চুৰ কৰিবলৈ ৰাতি গীৰ্জাত সোমাইছিল। সেইদিনাখন বন্দীশালত থৈ পিছদিনাই তেওঁক ফাঁচী দিয়া হ'ল। নিজৰ শ্ৰমৰ দ্বাৰা উৎপাদিত গমেৰে তেওঁ শিশুকেইটিৰ ভোকাতুৰ পেটকেইটা পূৰাবলৈ বিচাৰিছিল কিন্তু এমিৰে তেওঁক হত্যা কৰি তেওঁৰ মাংস চৰাই চিৰিকতি আৰু জন্তু জানোৱাৰক খাবলৈ এৰি দিলে। এইখিনি কৈ তাই মোক শোকাকুল অৱস্থাত এৰি গুছি গ'ল।

কাৰোবাৰ প্ৰশংসাৰ বক্তৃতা দিবলৈ ওলাই বোবা হৈ যোৱা বক্তা এজনৰ দৰে মই মৰিশালিৰ সমুখত থিয় হৈ থাকিলো। মোৰ মুখৰ পৰা কথা ওলোৱা নাছিল। কিন্তু চকুলোৱে মোৰ আত্মাৰ কথা কৈছিল। যেতিয়া মই সকলো কথা জুকিয়াই চাবলৈ চেষ্টা কৰিলো, মোৰ অন্তৰাত্মা বিদ্ৰোহী হৈ উঠিল, কাৰণ আত্মা হ'ল আন্ধাৰৰ লগে লগে পাহি জপোৱা আৰু সপোনময়

কৰি সুগন্ধৰ উশ্যাহ নোলোৱা ফুলৰ দৰে। মোৰ এনে অনুভৱ হ'ল যেন এই নিঃসঙ্গ ঠাইত পুতি থোৱা অপৰাধীবোৰৰ আত্মাই মোৰ কাণত দুখবহ সঙ্গীতৰ সুৰ বজাইছে আৰু মোকো মুখ মেলাৰ বাবে উচটনি দিছে। কিন্তু মই মনে মনে থকাই শ্ৰেয় বুলি ভাবিলো। কিন্তু মানুহে যদি এই নীৰৱতাৰ অৰ্থ বুজিবলৈ চেষ্টা কৰে, উপত্যকাৰ ফুলবোৰৰ দৰে তেওঁলোকেও ভগবানৰ ওচৰ পাবলৈ সক্ষম হব। মোৰ উদগীৰিত আত্মাৰ অগ্নি শিখাই যদি গছবোৰক স্পৰ্শ কৰে, সিহতেঁও শক্তিশালী সৈন্যদলৰ দৰে এমিৰৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ আগুৱাই যাব আৰু সেই গীৰ্জাঘৰো ভাঙি চুৰমাৰ কৰিব। তাত থিয় হৈ মই সকলোবোৰ লক্ষ্য কৰিলো আৰু অনুভৱও কৰিলো যে মোৰ অন্তৰৰ পৰা দয়াৰ মধুৰ অনুভূতি আৰু দুখৰ তিক্ততা নতুনকৈ খন্দা কবৰবোৰৰ ওপৰত ধাৰাসাৰে পৰিব ধৰিছে - এজন যুৱকৰ কবৰ— যিয়ে মানৱ বৰ্ব্বতাৰ পৰা ছোৱালী এজনীৰ সন্মান আৰু জীৱন ৰক্ষা কৰিবলৈ নিজৰ জীৱন বিসৰ্জন দিলে। এজন ডেকাৰ কবৰ— যাৰ সাহসিকতাৰ পুৰস্কাৰ স্বৰূপে মূৰ কটা গ'ল আৰু মূৰ্খামি, দুৰ্নীতিৰে ভৰা এই দেশৰ সূৰ্যৰ পোহৰত তাৰ তৰোৱালখন বীৰত্বৰ চিহ্ন স্বৰূপে কবৰৰ ওপৰত পুতি থলে সেই ছোৱালীজনীয়ে— যাৰ তেওঁ জীৱন ৰক্ষা কৰিছিল। নাৰী এগৰাকীৰ কবৰ— যাৰ দেহ লোভ, কামুকতা আৰু অত্যাচাৰী শাসকৰ নিৰ্য্যাতনে স্পৰ্শ কৰাৰ আগেয়ে প্ৰেমত অন্তৰ উত্তাল হৈ আছিল। মৃত্যুৰ আগলৈকে তাইৰ বিশ্বাস ভংগ হোৱা নাছিল। তাইৰ প্ৰেমিকে তাইৰ কবৰৰ ওপৰত ফুল থৈ সেই আত্মাবোৰৰ দুখবহ সময়ৰ কথা কবলৈ গৈছিল যিবোৰক অজ্ঞতাই বোবা আৰু পাৰ্থিৱ লাহ বিলাহে অন্ধ কৰি পেলাইছে। এজন দুভৰ্গীয়াৰ কবৰ— গীৰ্জাৰ মাটিত কাম কৰি কৰি যি নিঃশেষ হৈ গৈছে, শিশু কেইটিৰ ভোক নিবাৰণ কৰিবলৈ এমুঠি অন্নৰ প্ৰাৰ্থনা কৰি বিমুখ হব লগা হৈছিল, ভিক্ষা খুজিবলৈ গৈয়ো যিযে কাৰো পৰা সহাঁৰি নেপালে। নিজে উৎপন্ন কৰা শস্যৰ যেতিয়া অলপ ভাগ লবলৈ গ'ল তেওঁক তেতিয়া মাৰি পেলোৱা হ'ল। যীশুৰ মহান বাণী প্ৰচাৰ কৰা, কিন্তু বাস্তৱত দুৰ্ব্বলসকলৰ ডিঙি কাটি সমাজত শান্তি স্থাপনৰ পোষকতা কৰা ধৰ্মৰ গুৰিয়ালসকলক উপহাস কৰিযেই তেওঁৰ দুৰ্ভগীয়া বিধবা ঘৈণীয়েকে স্বৰ্গক সাক্ষী কৰি তেওঁৰ কবৰৰ ওপৰত দুডাল কাঠ ক্ৰচ কৰি দিছিল।

মানৱৰ কলুষতা আৰু ধৰিত্ৰীৰ দুৰ্য্যোগ সহিব নোৱাৰি যেন সূৰ্যটো দিগন্তৰ সিপাৰলৈ গুছি গ'ল। সেই সময়তে সন্ধ্যাদেবীয়ে যেন নীৰৱতাৰ সুতা টানি কঁলা আঁৰ কাপোৰ বৈ প্ৰকৃতিৰ ওপৰত মেলি দিলে। কবৰলৈ দুহাত প্ৰসাৰিত কৰি, আকাশলৈ মূৰ তুলি চাই মই চিঞৰি কলো ঃ "হে সাহস! এইখন তোমাৰ তৰোৱাল, এতিয়া কিন্তু ভূগৰ্ভিত! হে প্ৰেম! জুইত দগ্ধ হোৱা এইবোৰ তোমাৰ ফুল। হে প্ৰভু যীশু! ৰাতিৰ এন্ধাৰত বুৰ গৈ থকা এই ক্ৰচ তোমাৰেই।" ❑

# বন্দৰত বিদ্ৰোহ



ঘাটৰ কাষত জাহাজবোৰে মাল বোজাই কৰি ৰৈ আছিল। সঙ্কেত দিয়া হৈছিল - মানুহজনে চিএঞৰ বাখৰ কৰিছিল; কিন্তু জাহাজ ঘাটলৈ কোনোৱে এখোজো আগবঢ়া নাছিল। পহৰীয়া সৈন্যসকল আৰু বন্দৰৰ দুই এজন কৰ্ত্তব্যৰত ব্যক্তি বলিযাৰ দৰে ইফালে সিফালে দৌৰা দৌৰি কৰিছিল।

শ্ৰমিকবোৰে কিন্তু ডেকৰ বাহিৰত আহি অপেক্ষা কৰিছিল।

কোনো আদেশ পালন কৰা হোৱা নাছিল। বন্দৰৰ পতাকা টুকুৰা টুকুৰকৈ ফালি পেলোৱা হৈছিল। যেতিয়া কামেই বন্ধ হৈ পৰিছে তেতিযা পতাকাৰ কি প্ৰয়োজন থাকে?

কমৰেড মিখাইল! তোমাৰ কি ভাব হয় - সিঁহতে আমাৰ ইচ্ছা অনুসৰি তাক কবৰ দিবলৈ দিব?

যাকে প্ৰশ্ন কৰা হ'ল সিয়ে নীৰৱে থাকিল। মানুহজন বেচ ওখ-পাখ, পিঠি আৰু হাত দুখনি বলিষ্ঠ। সি তাৰ সমুখৰ পিনে অন্যমনস্কভাবে চাই আছিল, তাৰ তলৰ ওঁঠটি অবিৰাম কঁপিছিল।

কমৰেড মিখাইল! মই তোমাক এইবাবেই সুধিছো যে তোমাৰ মতামতৰ জনাটো দৰকাৰ হৈছে। সম্ভৱত তুমিয়ে সৰাতোকৈ সঁচা মানুহ যিয়ে এই কামত হস্তক্ষেপ কৰিব পাৰা। তুমিতো বহু বছৰ ধৰি আমাৰ ট্ৰেড ইউনিয়নৰ নেতা। আনহাতে গালিচিউ আমাৰ এজন যোগ্য কমৰেড আছিল।

কমৰেড মিখাইলে কোনো উত্তৰ নিদিলে। থুতুৰিৰ হাড় দৃঢ় কৰি ক্ষন্তেক নিস্তব্ধতাৰ পিছত ক'লে - 'বুইছা চিমিঅন, আমি কিন্তু অপেক্ষা কৰিব লাগিব।' মই জানো সেইটো তোমাৰ বাবে কষ্টকৰ হব, কিন্তু তুমি যদি সঠিক কিবা পাব বিচৰা তেন্তে ভালদৰে এবাৰ চিন্তা কৰি চাব লাগিব। নিজকে আগতে দাঁত কামুৰি চাব লাগিব। মই কবলৈ গলে তুমি হয়তো ক্ৰুদ্ধ হবা, তোমাৰ বুকুৰ মাজত ক্ৰোধৰ পাহাৰ গোট খাব। ইয়াৰ বাদে তুমি অন্য উপায় লব নোৱাৰিবা। এদিন বৰ ডাঙৰ যুঁজ কৰিব লাগিব আৰু তেতিয়া দীৰ্ঘ সময় আমাৰ অপেক্ষামান নহব। ৰুগীয়া আৰু ক্ষীণকায় চেহেৰাৰ মানুহ চিমিঅনে স্থিৰ চকুৰে মিখাইলৰ পিনে উত্তেজিত হৈ অথচ বৈ বৈ ক'লে সঁচাকৈ, এখন ডাঙৰ যুঁজেই হব। কুৰি বছৰ ধৰি মই নিজকে কৈছো আৰু ক্ৰোধত জ্বলি মৰিছো। সেইবাবে মই আৰু অলপো সময় বৈ থাকিব নোৱাৰো।

'কমৰেড চিমিঅন, মই বুজিব পাৰিছো আৰু এই কথাও জানো যে শ্ৰমিকসকলৰ পক্ষৰ পৰা যেন বিদ্ৰোহৰ আন্দোলনে কেবল প্ৰলেতাৰিয়েতদৰ আৰ্দশৰ সহায়ক হব পাৰে। এতিয়া আমি সংগঠিত হব লাগে, য'ত নিখুতভাবে আমাৰ যুঁজক সু-সংগঠিত কৰিব পাৰিম। তাতেই আমাৰ জয় সুনিশ্চিত। যেনেকৈ এই ক্ষেত্ৰত আমি গালিচিউকক নিজেই কবৰ দিবলৈ বিচাৰো - যাতে সামান্যভাবে দুই এঘন্টা কাম বন্ধ ৰাখিব পাৰো। আমি হয়তো জয়ী হব নোৱাৰিম কাৰণ আমাৰ মাত্ৰ দুশ অস্ত্ৰ আছে — আনহাতে চহৰৰ সেই পাৰে কামান লৈ সুসজ্জিত এটা সেনা বাহিনীয়ে আমাক আক্ৰমণ কৰাৰ বাবে প্ৰস্তুত। আমি আমাৰ আদৰ্শ অবশ্যে ত্যাগ নকৰো। আমি জানো আমাৰ কিছুমানৰ মৃত্যু হব। কিন্তু সিহঁতৰ মৃত্যু প্ৰলেতাৰিয়েতদৰ আদৰ্শৰ বাবেই আত্মত্যাগ, এলিজাবেতা গালিচিউকৰ বাবেই আত্মত্যাগ, গালিচিউকৰ সন্তানৰ বাবে আত্মত্যাগ'।

ডানিয়ুবৰ ওপৰত একাদে ৰঙা সূৰ্যই দেখা দিলে। ৰঙটো সাইলাখ তেজৰ দৰে - জ্বলন্ত ৰক্তিম— যি প্ৰতীকৰ অৰ্থই মাটি আৰু পানীক বুজাই দিলে। বগা গঙা চিলনীবোৰ মাস্তুলৰ ওপৰেৰে উৰিব ধৰিলে আৰু ডানিয়ুবৰ স্থিৰ পানীত সিহঁতৰ ছায়া পৰিল।

বন্দৰৰ মাজত চাৰিজন ডক শ্ৰমিক ট্ৰেড ইউনিয়ন সমিতিৰ পিনৰ পৰা কেইবা ঘন্টা ধৰি গালিচিউক সমাধিস্থ কৰাৰ প্ৰসঙ্গত কথা বতৰা পাতিছিল। শ্ৰমিকবোৰে কাম কাজ বন্ধ কৰি বিশ্ৰাম কৰিছে আৰু সিহঁতৰ কমৰেডৰ শ-যাত্ৰা কৰি সমাধি ক্ষেত্ৰলৈ যাব বিচাৰিছে।

কিন্তু চহৰৰ কৰ্তাসকলে শ্ৰমিকৰ দাবীৰ মতক বিৰোধিতা কৰিছে। এফালে লক্ষ্য কৰিলে ভাব হয় যে শ্ৰমিকবোৰৰ মিছিল ওলাইছে যিটো আইন অনুসাৰে নিষিদ্ধ আৰু বন্দৰ কৰ্তৃপক্ষ এজনে ডক শ্ৰমিকক কবৰ দিবলৈ কাম বন্ধ কৰিব নোৱাৰে— বিশেষত যেতিয়া পাথৰ বোজাই কৰা জাহাজ বন্দৰত উপস্থিত হৈছে।

আবেলি তিনি বজাত মিছিল আৰম্ভ হোৱাৰ কথা। বন্দৰ কৰ্তৃপক্ষই সিহঁতৰ অনুমতি প্ৰত্যাহাৰ কৰিছে - যিকোনো কাম কাজ কৰিবলৈ সিহঁতে নিষিদ্ধ ঘোষণা কৰিছে।

কিন্তু শ্ৰমিকবোৰে নিজৰ তৎপৰতাত কাম বন্ধ কৰিছে। বন্দৰ কৰ্তৃপক্ষই জৰিমনা কৰিম বুলি ভয় দেখুৱালে, কাম বাতিল কৰিব বুলি ভাবুকি দিলে কিন্তু শ্ৰমিকবোৰে কামলৈ উভতি নগল।

শ্ৰমিকসকলৰ প্ৰযোজনৰ প্ৰতি বন্দৰ কৰ্তৃপক্ষৰ যি দৃষ্টিভঙ্গী তাৰ প্ৰতি শ্ৰমিকসকল যে অসন্তুষ্ট - শ্ৰমিকসকলৰ এই সিদ্ধান্তত সেই কথা প্ৰকাশ পালে। কিয়নো গালিচিউক হৈছে সেইজন ষষ্ঠ ব্যক্তি যেযে এটি সেতু ভাঙি যোৱাত পানীত ডুবি মৃত্যু বৰণ কৰিছে। শ্ৰমিকৰ বহু অভাব অভিযোগ আছে যিবোৰ বন্দৰ কৰ্তৃপক্ষই কোনো দিনে পূৰণ কৰা নাই। তেওঁলোকৰ উক্তি তেনেই সহজ - সেতু সাজিব গলে বহুতো টকা লাগিব।

এখন চাউনীৰ তলত এখন খালী মোনাৰ ওপৰত নতুনকৈ তৈয়াৰী এটি কাঠৰ কফিন, তাৰ মাজত গালিচিউক শায়িত অবস্থাত অপেক্ষা কৰা হৈছে। ওঁঠ দুটা নীলা, গাটো যেন ফুলি উঠিছে, তাক বৰ শকত যেন দেখা গৈছে।

মাজে মাজে পত্নীয়ে গালিচিউৰ মুখৰ ওপৰত বিচনীৰে বিচি মাখি আঁতৰাই দিছে আৰু সজোৰে কান্দিছে। তাই কান্দোন বন্ধ কৰিব খুজিছিল যদিও কোনোমতে নোৱাৰিলে। হঠাৎ তাই কৈ উঠিল - 'আমি যদি কবৰ দিব নোৱাৰো, ৰাতিৰ বাবে নতুন মমবাতি দাবী কৰিম'। তাৰ পিছত তাই আকৌ কান্দিবলৈ ধৰিলে।

এদল শ্ৰমিক কয়লা খনিৰ ওপৰত বহিছিল। তাৰ মাজত এজনে গম্ভীৰ সুৰে ক'লে, 'ইউনিয়নে দিব, আমাৰ সঞ্চয়ৰ টকা আছে।'

পত্নী এলিজাবেতাৰ দুকাষে গালিছিউৰ দুটি ল'ৰা আব্ৰাম আৰু মাৰকু - দুয়ো-ৰুগীয়া— অবশ্যে চুলিবোৰ বৰ সুন্দৰ। সিহঁত দুয়ো দেউতাকৰ ফুলি উঠা পেটটোৰ পিনে চাই ভাবিছিল যে দেউতাকে ইমান খাইছেনে? অবশ্যে সিহঁতে আচল কথাটো বুজাই নাছিল। হঠাৎ বৰ জোৰে কোনোবাই যেন চিৎকাৰ কৰি উঠিল— 'বাহিৰত শপত খোৱা আৰু ক্ৰমাৎ ওলাই যোৱা।'

চাউনীৰ তলত বহি থকা শ্ৰমিকবোৰ ভয় খাই জাপ মাৰি উঠি দুৱাৰৰ পিনে দৌৰি গ'ল। গণ্ডগোলত ভয় খাই এলিজাবেতাই তাইৰ ল'ৰা দুটাক বুকুৰ মাজত সোমাই ল'লে আৰু স্বতঃস্ফূৰ্ত ভাবেই মৃত গালিচিউকৰ কাষত বহি পৰিল— যেন তাই নিৰাপত্তা বিচাৰিছে। ক্ষন্তেক পিছতে শ্ৰমিকৰ দলে কফিনৰ দিশে আগবাঢ়ি আহিল আৰু মূৰৰ পৰা টুপী খুলি পেলালে।

'এলিজাবেতা! নেকান্দিবা, তোমাৰ ভয়াবহ অবস্থাৰ কথা আমি ভালদৰে বুজিছো। যি

দুৰ্ভাগ্য তোমাৰ ওপৰত পৰিছে, যিকোনো শ্ৰমিকৰ পত্নীৰ ওপৰত সেই ভয়াবহতা আহিব পাৰে।' ভিৰৰ মাজৰ পৰা মিখাইলে সমুখলৈ আহি এটুকুৰা ওখ ঠাই বিচাৰি ল'লে। এতিয়া আমি তোমাৰ কাষত অন্য এটা দুখৰ খবৰ লৈ আহিছো। যি বাৰজন কমৰেডে গালিচিউচৰ শৱযাত্ৰাৰ অনুমতি ল'বলৈ গৈছিল তেওঁলোকে সেই অনুমতি নাপালে। অৱশ্যে, অনুমতি নাপালেও আমাৰ কোনো ক্ষতি নাই। আমি তোমাক ক'তোৰে যাব নিদিও। তুমি আমাৰ ওপৰত বিশ্বাস ৰাখা।'

এলিজাবেতাই তাইৰ চৌকাশে গোট খোৱা মানুহৰ ভিৰৰ পিনে চাই অস্ফুট কান্দোনত ভাঙি পৰিল। শিশু দুটিয়ে ভয়তে মাকৰ ভৰিত খামুচি ধৰিলে।

ছয়জন মানুহ আহি কান্ধত কফিনটো তুলি ল'লে। পথত আৰু শতাধিক শ্ৰমিকে সেই মিছিলত যোগ দিলে, তেতিয়া যথেষ্ট এন্ধাৰ হৈছিল। বন্দৰ আৰু চহৰৰ মাজৰ বাটটো ইমান সৰু যে এডাল বগা ফিটাৰ দৰে পৰি আছিল। দুয়োকাষে উইলো গছৰ আঁৰে আঁৰে লাইট পোস্টবোৰৰ পোহৰ পৰিছে, শান্ত হৈ মিছিল আগবাঢ়িছে মৌন মূক। এতিয়া গালিচিউৰ পত্নীয়ে আৰু কন্দা নাই। ইমানপৰে তাই দুজন শ্ৰমিকৰ হাতত ভৰ দি আগবাঢ়িছিল এবাৰ সিক্তময় চকু দুটি মেলি দিলে, কমৰেডসকল শুনা—আমাৰ এজন পাদুৰীৰ প্ৰয়োজন-পুৰোহিত হ'লেও হব।

নিশ্চয়। এজনে তাইক শান্ত কৰাৰ চেষ্টা কৰিলে। ব্যস্ত নহবা— পথত আমাৰ সতে পুৰোহিতৰ দেখা হব।

কথাটো মুখেৰে ক'লেও সঁচাকৈ পাদুৰীৰ কথা কোনোৱে ভবা নাই। যোৱা দুবছৰ ধৰি নিঃশোষিত বন্দৰ শ্ৰমিকবোৰে পুৰোহিত অবিহনে সিহঁতৰ মৃত সহ-কৰ্ম্মীক কবৰ দি আহিছে। অৱশ্যে মৃত গালিচিউক লৈ শ্ৰমিকবোৰ যে এই মিছিল কৰিছে, ইয়াৰ মৰ্যদাই বেলেগ।

অন্ধকাৰ গাঢ় হবলৈ আৰু বেচি পৰ নাই। ঠাইয়ে ঠাইয়ে ম্লান আলোকৰ ৰেখাই অন্ধকাৰক বিন্ধিছে। মিছিল নিস্তব্ধ আৰু বিষন্ন। বৰ্ত্তমান তেওঁলোক এজন মৃত কমৰেডৰ সহযাত্ৰী। কিন্তু সকলোৱে নিজ নিজ পাৰিবাৰিক দুঃখ কষ্টৰ কথা ভাবিছিল।

এলিজাবেতাই তাইৰ সন্তানৰ সতে কথা কোৱাৰ চেষ্টা কৰিছিল। কিন্তু ভয়তে সিহঁতে একো উত্তৰ দিব নোৱাৰিলে। মাত্ৰ মাকৰ কাপোৰত জোৰকৈ ধৰি আছিল।

এৰা, সিহঁতৰ নিশ্চয় ভোক লাগিছে। কান্দোনত মাকৰ মাত ভাঙি পৰিল। 'অলপ অপেক্ষা কৰ, কামফেৰা সোনকালে সমাধা হব। কিন্তু সঁচাকৈ কিদৰে সিহঁতৰ ভোক গুছিব তাই নিজেও নাজানে।'

হঠাৎ সমুখৰ ৰাস্তাত দ্ৰুত গতিত অহা লোৰ নাল লগোৱা জোতাৰ শব্দ শুনা গ'ল। কোনোবাই যেন চিঞৰি উঠিল 'ৰবা, ৰবা,' সকলোৱে উদ্বিগ্নভাবে শুনাৰ চেষ্টা কৰিলে। ভৰিৰ শব্দ আৰু অধিক স্পষ্টকৈ শুনা গ'ল। সৈন্যবোৰ আগবাঢ়ি আহিছে। সেই একেই শব্দ আতঙ্কই যেন সিহঁতৰ ডিঙি চেপি ধৰিছে। তাৰ পিছত সকলো দৌৰি আহি কফিনৰ সমুখত থিয় হ'ল - যেন এটি বাধাৰ প্ৰাচীৰ সৃষ্টি কৰিলে। মাত্ৰ পিছত পৰিল এলিজাবেতা আৰু শিশু দুটি।

শ্ৰমিকবোৰ আৰু আগ নেবাঢ়িল। সিহঁতে মাত্ৰ সৈন্যবোৰৰ ওপৰত লক্ষ্য ৰাখি অপেক্ষা কৰি থাকিল আৰু যুদ্ধৰ প্ৰস্তুতি চলালে। পানীত বুৰি মৃত্যু হোৱা এজন শ্ৰমিকক কবৰ কৰাৰ

বাবেই প্ৰত্যেকেই ভীষণ উত্তেজিত হৈ পৰিল। সৈন্যবোৰে এইবাৰ সিহঁতৰ মুখামুখি হ'ল। দুই বিবাদমান পক্ষৰ মাজত কেইখোজমানৰহে পাৰ্থক্য। ৰাস্তাত যুদ্ধ আৰম্ভ হ'ল। সৈন্যবোৰ উন্মত্তৰ দৰে সিহঁতক মাৰিছে, গালি দিছে। সিহঁতৰ দাঁতত দাঁত ঘহাঁৰ শব্দ শুনা গৈছে। বন্দুকৰ পৰা এজাক গুলী বৃষ্টিয়ে দশোদিশ যেন নৰকত পৰিণত কৰিছে। শ্ৰমিকসকলক চৌদিশৰ পৰা আগুৰি ধৰিছে। মিখাইলে তেতিয়া চিৎকাৰ কৰি কৈছে - 'কোনোৱে ৰাস্তা এৰি নিদিবা— সমুখলৈ আগবাঢ়ি আহা।'

কিন্তু সকলো চেষ্টাই ব্যৰ্থ হ'ল। যি সকল শ্ৰমিকৰ আত্মৰক্ষাৰ বাবে হাতত ইটা এটুকুৰাও নাই সেই সকলক বন্দুকৰ কুণ্ডাৰে নিৰ্মমভাবে প্ৰহাৰ কৰা হ'ল। বহুতেই মাটিত ঢলি পৰিল। সৈন্যবোৰে শ্ৰমিকবোৰক লোৰ বুটেৰে গচকি গচকি আৰ্ত্তনাদ কৰি থাকিল। শ্ৰমিকবোৰে চাৰিওফালৰ পৰা বন্দী হৈ প্ৰচণ্ড প্ৰহাৰৰ অন্তত চহৰ অভিমুখে ঘূৰি যাবলৈ বাধ্য হ'ল।

যেতিয়া সৈন্যবোৰে যুঁজৰ ঠাইৰ পৰা বহু দূৰলৈ যাব ধৰিলে সিমানেই সিহঁতৰ গালিবোৰ বিশৃঙ্খল হৈ যাব ধৰিলে। শেষ পৰ্যন্ত যুঁজৰ ঠাইখন একেবাৰে নিস্তব্ধ হৈ পৰিল। চহৰৰ পৰা ভাহি অহা সমগ্ৰ হৈ চৈ হট্টগোল বন্ধ হ'ল। ৰাস্তাৰ বাওঁফালে পৰি থকা গালিচিউৰ মৃতদেহটো এলিজাবেতা আৰু শিশু দুটিয়ে পহৰা দিছিল।

অন্ধকাৰৰ পৰা এটি মূৰ্ত্তি ওলাই আহিল। এজন মিখাইল, আনজন চিমিঅন। গালিচিউৰ কাষতে দুয়ো আঠু লৈ বহিল।

এলিজাবেতাই কান্দিছে। শ্ৰমিক দুজনে কন্দা নাই। সিহঁতে মাথো কপালৰ পৰা ঘাম আৰু ৰক্ত মচিছে।

এলিজাবেতা, বলা, আমি বন্দৰলৈ উভতি যাওঁ। এলিজাবেতাই নীৰবে থাকিল। তাই মাত্ৰ অন্য মনস্কভাবে থিয় হ'ল। ইমানপৰে তাই অসাৰ হৈ শিশু দুটাৰ হাতত ধৰি আছিল, শ্ৰমিক দুজনে কফিনটো কান্ধত তুলি ল'লে।

মিছিলটো এতিয়া অন্ধকাৰত গুছি গৈছে। কোনোৱে চিঞৰা নাই। গালিচিউৰ চাৰিওফালে প্ৰকৃততে কি ঘটিছিল সেই সম্পৰ্কে এলিজাবেতা অচেতন। তাইৰ হাতত ধৰি যি দুটি সন্তান আছে, সিহঁতে কান্দিছে নে মনে মনে আছে তাই নাজানে। তাই দুই এটি প্ৰশ্ন সুধিছে, সিহঁতে উত্তৰ দিয়া নাই।

সৰু মিছিলটো ৰ'ল। মিখাইলে বুজিলে যে চিমিঅন ক্লান্ত হৈ পৰিছে। সেয়ে অলপ জিৰণি ল'বলৈ কফিনটো নমাই থলে।

চিমিঅনে ক্লান্ত কণ্ঠৰে ক'লে — যিয়ে নহওঁক কিয়, যুদ্ধ হ'লে যুদ্ধ কৰিবই লাগিব। আজিৰ ঘটনাত তোমাৰ মন কিয় ভাঙি পৰিছে?

মিখাইলে একো নক'লে আৰু চিমিঅনে কোনো উত্তৰ নিদিলে।

পাথৰ বোজাই জাহাজ দুখনে উন্মত্তৰ দৰে বাঁহী বজাইছে। কিন্তু কোনো অৱস্থাতে অহাকালি সিহঁতে বন্দৰ এৰি যাব নোৱাৰিব। ☐

# ফ্ৰাঙ্ক হুইটামৰ ফাঁচী হ'ল



দীৰ্ঘ বিশাল শৰীৰ। ঘন কলা চুলি, ৰক্তিম মুখ আৰু কলা গোঁফ। পেনাইন নদীৰ ধাৰৰ দৰে তেজস্বী, পেনাইন পাহাৰৰ শিলৰ দৰে ৰুক্ষ - ফ্ৰাঙ্ক হুইটামৰ মৰিবলৈ অকণমানো ভয় নাই।

গোটেই ৰাতি ধৰি সি মৃত্যুৰ কথা ভাবিছে। তাৰ কাষৰ কাৰা কোঠাত তৰুণ বন্দী নেড মাৰগাট্ৰয়েডক ফ্ৰাঙ্কে কৈছে— কালি সিহঁত যেতিয়া দুজনে ফাঁচীৰ মঞ্চৰ পিনে আগবাঢ়ি যাব তেতিয়া নেডে যদি অকণমান নাকী কণ্ঠে কান্দে, তেতিয়া হ'লে নৰকত দেখা হোৱাৰ সময়ত ফ্ৰাঙ্কে আৰু নতুনকৈ তাৰ কান্ধ মুচৰি দিব।

আমেৰিকান যুদ্ধত ফ্ৰাঙ্কে ইমান মৃত্যু দেখিছে যে মৃত্যুক সি আৰু ভয় নকৰে। আমেৰিকাত থকাৰ সময়ত সাত বছৰ ধৰি তাৰ অতি পৰিচিত মৃত্যুক লগ লৈ দিন কটাইছে। কব পৰা যায় মৃত্যু তাৰ সৈনিক, তথাপি তাৰ যুদ্ধৰ অভিজ্ঞতা হোৱা নাই।

লণ্ডনৰ পৰা গুপ্তচৰ লৈ আহিব লগা হৈছিল ফ্ৰাঙ্ক হুইটামে আৰু হেৰেনস্টালৰ জাল

মুদ্ৰা নিৰ্মাণকাৰীক গ্ৰেপ্তাৰ কৰাৰ বাবদ। কথাটো মনত পৰাত ৰাতি হো হো কৈ ফ্ৰাঙ্কে হাঁহি উঠিল। তাৰ পিছত তৰুণ নেডকো গল্পটো আকৌ এবাৰ শুনাইছিল। ঘটনাটো যেতিয়াই ঘটে নেড তেতিয়া তেনেই শিশু।

সেয়ে ক'লে 'আমেৰিকান যুদ্ধত অহেতুক অংশ গ্ৰহণ ফ্ৰাঙ্কে কৰিছে। নৃশংস কলৰ মালিকসকলৰ হাতৰ পৰা হেব্বেনস্টালৰ তাঁতীবোৰৰ ঘৰ ৰক্ষা কৰাৰ যুজঁত ফ্ৰাঙ্কে নেতৃত্ব দি আহিছে। আমেৰিকান খেতিয়কসকলে ফ্ৰাঙ্ক আৰু তাৰ বন্ধুসকলৰ বিৰুদ্ধে যি ভাবত যুজিঁছিল সেই একে কায়দাত ফ্ৰাঙ্কেও যুজিঁছে। সেই এন্ধাৰ ৰাতিৰ অতৰ্কিত আক্ৰমণ— সেই দেৱালৰ আঁৰত থিয় হৈ থকা দৃশ্য— কৰত লৈ নল কাটি দিয়া আৰু বন্দুক চলাই গুপ্তচৰ নিধন কৰাৰ কথা তাৰ মনত পৰিল।'

অৰ্থ মাত্ৰ অৰ্থ। অথচ এনে এটা সময় আছিল যেতিয়া তোমাৰ কোনো অৰ্থৰ প্ৰয়োজন নহয়। তৰুণ নেডক সেই কথাকেই ফ্ৰাঙ্কে শুনাইছে। ফ্ৰাঙ্কে যেতিয়া বালক, থাৰটি থ্ৰিডত তেতিয়াও যোগ দিয়া নাই, সমগ্ৰ গাওঁত কোনোৱে এটা পিতলৰ পইচাৰ মুখ দেখা নাই আৰু পইচাৰ কোনো প্ৰয়োজন নাছিল। ঘৰে ঘৰে নিজস্ব তাঁত আছিল, ঘৰৰ পিছফালে বাগিচা আছিল আৰু আছিল গৰুৰ বাবে গোৱাল। যেতিয়া যব ধান কিনাৰ প্ৰয়োজন হয়, চহৰলৈ গৈ তাঁতত বোৱা কাপোৰ বিক্ৰী কৰি বৰ সুন্দৰকৈ কিনিব পাৰি।

তাৰ পিছত ফ্ৰাঙ্কে আমেৰিকাৰ পৰা উভতি আহে। ভৰিত এটা গাঁত আৰু চেলচি আস্পাতালৰ বৃত্তি লৈ আহে। ইতিমধ্যে সকলোবোৰ সলনি হৈছে। ওভাৰটনচবোৰে সাধাৰণ মানুহৰ সকলো ঘৰ-বাৰী দখল কৰি লৈছে। তাঁতীবোৰৰ প্ৰায়বোৰেই তাঁত বেচি দিছে আৰু ওয়ে বস্টা সকলৰ তাত দিন মজুৰি খাটিছে। ব্যৱসায়ী আৰু কল-কাৰখানাৰ মালিকবোৰে বৃহৎ এটা কাপোৰৰ ঘৰ চহৰত খুলিছে। সিহঁতৰ ভাব ভঙ্গী দেখি ভাব হয় সিহঁত যেন বিশ্বজগতৰ সৃষ্টিকৰ্ত্তা। মাত্ৰ পিতলৰ মুদ্ৰাবোৰ কঁতো পোৱা নগ'ল। তেতিয়া এনে এটা অবস্থা হৈছে যে জীয়াই থাকিবলৈ হ'লে মুদ্ৰাবোৰ নহ'লেই নহয়।

সকলোৰে হাত উদং। আনকি ওয়েবস্টাৰবোৰ সিহঁতৰ বিশাল ব্যৱসায়ৰ বাবে প্ৰয়োজনীয় অৰ্থও যোগাৰ কৰিব পৰা নাই। কাজেই বৃদ্ধ সৈনিকে এবাৰ কাম আৰম্ভ কৰি দিয়ে আৰু বস্তু তৈয়াৰ কৰি পেলায়। চমৎকাৰ বস্তু। পৰ্তুগীজ ময়েদৰস আৰু ডাবলুন, আনকি কিঙ জৰ্জৰ উপেক্ষিত সোণবোৰ পকা হাতৰ স্পৰ্শত জীৱন্ত হৈ উঠে। এদিন ব্যাডফৰ্ডৰ ব্ৰেক চোয়ান চৰাইখানাত জৰ্জ ওয়েবস্টাৰে নিজে ফ্ৰাঙ্ক হুইটামৰ সতে দেখা কৰিবলৈ আহিছিল। উদ্দেশ্য মুদ্ৰা সংক্ৰান্ত ব্যৱসায় -।

এতিয়া সিহঁতেই ফ্ৰাঙ্কক ফাঁচী কাঠত ওলোমাব গৈছে। মুদ্ৰা জাল কৰাৰ বাবে অবশ্যে নহয়। সেই ব্যৱসায়ত সি বৰ ধূৰ্ত্ত। উপত্যকাৰ সকলোৱে যেতিয়া অনাহাৰত কটাইছে সেই সময়তে ফ্ৰাঙ্কে গোলমাল লগাইছে, বিদ্ৰোহ কৰিছে, খাদ্য ভড়ালৰ দুৱাৰ ভাঙি পেলাইছে - এইটোৱে তাৰ অপৰাধ।

বুজিছ নেড, ইয়াৰ আগতে এই বেটা হঁতে মোৰ গাত হাত দিবলৈ সাহস পোৱা নাই। কাৰা কোঠাত বহি ফ্ৰাঙ্কে নেডক ক'লে। নেডে ভয়তে কঁপিছে। সিহঁত যেতিয়া আমাক নিবলৈ

আহিব বুকু ফুলাই পোন হৈ আগবাঢ়িবি। শিৰ যেন নত নহয়। সিহঁতৰ মুখত থুৱাই দিবি বুজিলি? ভাল বাৰু, আমি বিকন পাহাৰৰ চূড়াত গৈ পোৱাৰ সময়ত হতাশ হ'লে নহ'ব, জিম ৰাইট আৰু বেন ওকৰয়েডে সেই ঠাইত শিকলিৰ পৰা ওলমিছে। বৰ ভাল বন্ধু আছিল দুয়োজন বুজিলি? সিহঁতৰ সতে দেখা হ'ব বুলি ভাবি মোৰ বৰ স্ফূৰ্ত্তি লাগিছে, তোৰো স্ফূৰ্ত্তি লগা উচিত। নহ'লে কিন্তু মই এই হাত দুখনেৰে তোক চেপি ধৰিম। ডকাইতহঁতে তোক আৰু টানি নিয়াৰ সুযোগ নাপাব।

বুজিছ নেড! মানুহটোক কিন্তু মইয়ে দেৱালৰ আঁৰত থিয় হৈ গুলী কৰি মাৰিছিলো। মানুহটো সেই সময়ত তাৰ ঘৰৰ গেটৰ কাষলৈ আহিছিল অথচ ইয়াৰ বাবে সিহঁতে জিম আৰু বেনক ফাঁচীত তুলিলে। হেৰোৱেনস্টলত যিবোৰ মুদ্ৰা জাল কৰিছিল সিহঁতৰ কাষৰ পৰা কোনে পিতল নিয়ে সেই সম্বন্ধে মই বহুতো তথ্য পাশ্চি জানিছিলো। সেইবাবে সিহঁতে মোক ভয় কৰে। সেয়ে সিহঁতে তেতিয়া মোক ফাঁচী নিদিলে।

কিন্তু নেড, তই বৰ সাহসী ল'ৰা। তই সিহঁতৰ কাষত মুখ ওখ কৰি থাকিবি। গোটেই ৰাতি ফ্ৰাঙ্কে নেডক গল্প শুনাইছিল। তাৰ বিখ্যাত মাদী ঘোঁৰা ব্ৰেক জেনৰ কথাও কৈছে। এই ব্ৰেক জেনৰ পিঠিত উঠিয়ে পাহাৰ অতিক্ৰম কৰি অভিযান চলাইছিল। দুইটমেনে নেডক সিহঁতৰ গাওঁত সেইসকল মহিলাৰ কথা কৈছিল যিসকল তাৰ বৰ প্ৰিয় আছিল। কৈছিল - শহাপহু চিকাৰৰ কাহিনী, গ্ৰীষ্ম সন্ধ্যাৰ কথা। কোনোবাই হয়তো প্ৰাৰ্থনা কৰিছে। কৈছিল পোহনীয়া কুকুৰৰ কথা, পাহাৰী গাওঁৰ স্মৰণীয় সকলো শীতকালৰ কথা। কোনোৱে হয়তো মদ্যপান কৰিছে, কোনোবা আছিল সঁচা বন্ধু - এনেবোৰ বিভিন্ন কাহিনী নেডক কৈছে।

জেইলাৰে সিহঁতৰ পুৱাৰ আহাৰ লৈ আহিল। তাৰ পিছত যাজক। সমবেত হৈ তেওঁলোকে প্ৰাৰ্থনা কৰিলে। তাৰ পিছত যেতিয়া বাহিৰত ঘন্টাৰ শব্দ বাজি উঠিল, ফ্ৰাঙ্ক আৰু নেডক কাৰাগাৰৰ পৰা বাহিৰলৈ লৈ আহিল। সিহঁতে এনেকৈ আগবাঢ়িছে যেন কুচ কাৱাজত যোগ দিছে। মাত্ৰ ফ্ৰাঙ্কে অলপ খোৰাই আহিছে কাৰণ সি আমেৰিকান যুদ্ধত ভৰিত আঘাত পাইছিল।

ফ্ৰাঙ্কৰ মনটো প্ৰফুল্লিত হ'ল। বাহিৰৰ ৰ'দৰ মাজত দেখা পালে অসংখ্য লোকৰ সমাবেশ। সকলোৱে ফাঁচী দিয়া দৃশ্য চাবলৈ আহিছে। সেয়ে তাৰ মোটা ডিঙিটো টনটন কৰিছে, জৰীডাল পিন্ধিব লাগিবতো, সেয়ে ডিঙিটো একেবাৰে পৰিষ্কাৰ কৰি ৰাখিছে। মুখটো ওখ কৰি ফ্ৰাঙ্কে চাইছে। পাহাৰৰ ওপৰৰ চূড়াবোৰত এযোৰ ফাঁচীৰ মঞ্চৰ খুটিয়ে ধৈৰ্য্যশীলা পত্নীৰ দৰে অপেক্ষা কৰিছে।

পাহাৰৰ আশে পাশে লোকে লোকাৰণ্য, শাসনকৰ্ত্তাই পুথিৰ পৰা আওঁৰাইছে গুৰু গম্ভীৰ কথা— যিবোৰ সাধাৰণ মানুহে বুজি নাপায়। শাসনকৰ্ত্তাৰ পিছত আছে জন ওয়েবস্টাৰ আৰু মিলৰ মালিকবোৰ। সিহঁতৰ সতে হাকিম আৰু কিছু ভদ্ৰলোক। সিহঁত সকলোৱে সবাতোকৈ সুন্দৰ কঁলা চোলা পৰিধান কৰিছে। পৰিষ্কাৰ টাই পিন্ধিছে, আৰু চুলিত পাউদাৰ দিছে। আজি ফ্ৰাঙ্ক হুইটামৰ শেষ দিন। সেয়ে এই দিনটো বৰ শুভ।

ফ্ৰাঙ্কে একেবাৰে পোন হৈ থিয় দি বৰ আনন্দ পালে। শাসনকৰ্ত্তাৰ শীতল মুখবোৰত এতিয়াও ভয়ৰ চাপ দেখা পাইছে, সিহঁতে ভয় কৰে ফ্ৰাঙ্কক, তাৰ কঁলা মুখখনিক, তাৰ

প্ৰবল শক্তি আৰু চাতুৰ্যক, সিহঁতে ফ্ৰাঙ্কক গাড়ীত উঠিবলৈ কওঁতেই ফ্ৰাঙ্কে শাসনকৰ্ত্তাক গালি পাৰিলে।

'মই খোজকাটিয়ে যাম। দিনটো বৰ চমৎকাৰ। এনে দিনতেই দেখোন মানুহে পাহাৰ বগাবলৈ ওলায়। তই আৰু তোৰ গাড়ী নিপাত হওঁক।'

সৈন্যবোৰে তেওঁলোকক চাৰিওফালৰ পৰা আবৰি ধৰিলে। ফ্ৰাঙ্কে লক্ষ্য কৰিলে কিদৰে সিহঁতে বন্দুকৰ ফাযাৰ লকটো ধৰিছে। ফ্ৰাঙ্কৰ দৃষ্টিত পৰিল এজনৰ বেল্ট, এজনৰ বোতাম আৰু সিহঁতৰ প্ৰত্যেকৰে নম্ৰ মিত্ৰ সুলভ মুখবোৰ। সিহঁতে যেন ফ্ৰাঙ্কক সহায কৰিব খুজিছে যদিও সেইবোৰৰ কোনো প্ৰযোজন নাই।

ঘন্টা বজোৱা হ'ল আৰু তেওঁলোকে পাহাৰৰ চূড়া অভিমুখে আৰম্ভ কৰিছে দীৰ্ঘপদ যাত্ৰা। নেডৰ মুখ বিবৰ্ণ। ৰঙা পৰা মূৰটো অকণমান তললৈ গৈছে। নেড তৰুণ। মহিলাসকলৰ দৃষ্টিত কৰুণা, সেয়া মৰমতকৈও ভযঙ্কৰ। কিন্তু ফ্ৰাঙ্কে খোৰাই খোৰাই গলেও মূৰ সবাতোকৈ ওপৰত। ফ্ৰাঙ্কক দেখি এনে লাগে যেন এই পদযাত্ৰাৰ তেওঁৱে নেতৃত্ব দিছে।

তাঁতী, কৃষক আৰু সিহঁতৰ পৰি যালসকলে শিলৰ দৰে থিয দি আছে। হাকিম আৰু অভিজাত শ্ৰেণী আগবঢ়া দেখি সিহঁতৰ চকুত ঘৃণা উপচি পৰিছে। যাজকে এখনি গ্ৰন্থপাঠ কৰিছিল। কিন্তু এতিয়া তেওঁৰ ভাগৰ লাগিছে, ঘাম নিগৰিছে, উচপিচ কৰিছে, সেযে শব্দবোৰ যথেষ্ঠ গম্ভীৰ আৰু পবিত্ৰ বুলি ভাব হৈছে।

মাজে মাজে এজন লোকে গেঙেৰি উঠিছে। কোনোবা মহিলাই কান্দোন ৰখাব নোৱাৰি আৰ্ত্তনাদ কৰি উঠিছে। বিদায জনাইছে সিহঁতে শেষবাৰ। পদযাত্ৰাত বহুলোকে যোগ দিছে। শতাধিক অপেক্ষাৰত দৰ্শক। সকলোৱে পাহাৰৰ চূড়ালৈ গৈছে— য'ত যিমান পাহাৰী গাওঁ আছে সেই ঠাইৰ পৰাও মানুহ আহিছে।

পাহাৰৰ চূড়া পোৱাৰ সমযত ভাব হ'ল ফ্ৰাঙ্কে অলপো ক্লান্ত হোৱা নাই— যদিও মুখখনিৰ পৰা ঘামৰ নদী বৈছে। ফ্ৰাঙ্কে এতিয়া নিজৰ জন্মভূমিক ভালকৈ দেখা পাইছে। উপত্যকাৰ ওপৰৰ পৰা হোগুৰ নদী নামি আহিছে। পাহাৰৰ কাষে কাষে যব আৰু ৰূপালী বাৰ্চৰ বন, ওভাৰ ডেনৰ পথাৰৰ বুকুত শাক-পাচলিৰ খেতি আৰু বহু দূৰৈত পশ্চিমে মূৰৰ ওপৰত ধূসৰ বৰ্ণৰ এটি গীৰ্জাৰ কাষত হেবেনষ্টালৰ প্ৰশস্ত স্কন্ধদেশ, তাৰ পিছত লতা গুল্মই আবৰা পাহাৰৰ শাৰী।

ইতিমধ্যে ঘাতক আহি পাইছে। ফ্ৰাঙ্কে জানে সেই মানুহজনে এতিয়া কি ভাবিছে? ই মানুহ নহয়, এখন পাহাৰ। ৰচীডাল নিছিঙেতো। নহলে দ্বিতীযবাৰ দিব লাগিব নেকি? ফ্ৰাঙ্কে জানে যে তেওঁক দুবাৰ ওলমাব লাগিব।

মাত্ৰ কেইগজমান দূৰত জিম আৰু বেনৰ কঙ্কাল বতাহত মৃদু মৃদু দুলিছে আৰু শব্দ হৈছে। ইযাকৰ কাচাল ৱাৰ্ডত সিহঁতৰ ফাঁচী হয আৰু তাৰ পিছত ইযাতে পচি যাবৰ বাবে ওলোমাই থোৱা হৈছিল। ইয়াতে সিহঁতে অলপ অচৰপ প্ৰতিবাদ কৰিছে। নেডে কঁপিছে আৰু মনে মনে প্ৰাৰ্থনা কৰিছে।

ফ্ৰাঙ্কক এতিয়া ফাঁচী কাঠত তোলা হ'ল। ফ্ৰাঙ্কৰ চকু এতিয়া আপোন জন্মভূমিৰ

দিশে। সেই গীর্জাৰ ফালে থকা পোহৰৰ দিশে। মৃত্যু হওঁতে সৌতৰ মিনিট লাগিল। কাৰণ জৰীডাল ছিঙি গৈছিল।

সিহঁতে বিচাৰিছিল ফ্ৰাঙ্কে তাতেই ওলমি থাকক। কিন্তু জনতাই সেয়া হ'ব নিদিলে। জৰী কাটি দেহা দুটি গাড়ীত তুলিলে। আৰম্ভ হ'ল হিৱেৰনস্টালৈ যাত্ৰা। প্ৰকৃততে ফ্ৰাঙ্কৰ শেষ কথাবোৰে অপেক্ষাৰত সকলৰ বুকুৰ মাজৰ পৰা উলিয়াই আনিছিল এটি আৰ্ত্তনাদ। ৰঙা কোট পিন্ধা সৈন্যবোৰে কথা শুনি হতাশ হৈ পৰিছিল। বন্দুকৰ ট্ৰিগাৰ ধৰা হাতবোৰ কঁপি উঠিছিল।

ফাঁচীৰ মঞ্চৰ তলত জৰীৰ ফাঁচটো ডিঙিত লগাই ফ্ৰাঙ্কে তেতিয়া ওলমি পৰাৰ বাবে অপেক্ষা কৰিছিল। যাজকৰ বক্তব্য শেষ হৈছিল।

অৱশ্যে যাজকৰ কথা কোনোৱে শুনা নাছিল। কিন্তু ফ্ৰাঙ্কৰ কথা সকলোৱে মনোযোগেৰে শুনিছিল। বৰ কৰ্কশ মাতেৰে ফ্ৰাঙ্কে কৈছিল 'শুনা যাজক স্যাণ্ডচ, ৰাইজ যেতিয়া ক্ষুধাৰ্ত্ত আছিল, তেতিয়া মযে সিহঁতক শস্য ভড়ালৰ দুৱাৰ ভাঙি আহাৰ দিছিলো। জনতাই ফ্ৰাঙ্কৰ সেই কৰ্কশ মাত শুনিছিল - 'গণ্ডগোলৰ সময়ত, শস্য ভাণ্ডাৰৰ দুৱাৰ ভঙাৰ সময়ত, মই জনতাক সহায় কৰিছিলো।'

জনতাই ফ্ৰাঙ্কৰ শেষ উক্তি শুনিছিল।

ফলত জন ওৱেবস্টাৰ, যাজক আৰু কেইজনমানে ৰঙা কোটবালাৰ পিছফালে গা ঢাকি দিযে আৰু মৃতদেহ দুটি ৰাইজে লাভ কৰে।

হেৱেৰস্টাললৈ ওভতাৰ পথত সিদিনা সন্ধ্যা গাড়ীখন সিহঁতে হোণ্ডাৰ উপত্যকাৰ প্ৰতিখন গাঁৱলৈ এবাৰ লৈ যায়, মৃতদেহ চাবলৈ সকলো মানুহে ঘৰ ভাঙি ওলাই আহে। কোনোৱে বা অলপ কান্দি উঠে, কোনোৱাই আকৌ অভিশাপ দিয়ে।

পাহাৰৰ কাষত ফ্ৰাঙ্কৰ নিজৰ কুটীৰৰ মেজৰ ওপৰত ৰাইজে মৃতদেহটো শুৱাই দিয়ে। মেজখন ঠেলি খিড়িকীৰ কাষলৈ আনে। সূৰ্য তেতিয়া অস্ত গৈছে। শিশু আৰু মহিলাবোৰ দৌৰি দৌৰি খিড়িকীৰ কাষলৈ আহে। সিহঁতে খিড়িকীৰ কাঁচৰ ওপৰত মুখ চেপি ধৰি আৰ্ত্তনাদ কৰি উঠে - ফ্ৰাঙ্কৰ কলা পৰা স্ফীত মুখখন চায়, ডিঙিত গোলাপী ৰঙৰ দাগ দেখে। গাওঁৰ পুৰুষসকল নিঃশব্দে থিয় হৈ থাকে।

কিন্তু তথাপিতো ফ্ৰাঙ্কক যেন মৃত দেখা নাই। ফাঁচীৰ জৰীত ওলোমা বাবেই হয়তো তাৰ মুখখন এনেদৰে বিকৃত হৈ পৰিছে। দেখি ভাব হয় সেই মেজৰ ওপৰত তাৰ শীতল দেহাটি পৰি আছে ঠিকেই, তথাপিও এতিয়াও বুজা যায় যে সি যুঁজিছে। □

❑ ভেণ্টুৰা গাৰ্ছিয়াকালড্ৰন

# লটাৰীৰ টিকট



ইয়াৰ আগতে আপুনি বাৰু এই গল্পটো শুনিছেনে? শুনা নাই নেকি? ভাল বাৰু, মই এই গল্পটো আজি আকৌ এবাৰ কম। কিয়নো এই গল্পটোৰ লগত একমাত্ৰ নৈতিক নহয়, এক মানবিক দিশো জড়িত হৈ আছে।

আমি যাক সদায় চেলিতো বুলি মাতো, সেই যুৱতীজনী আছিল স্পেনৰ সৰ্বাতোকৈ ৰূপহী বেলেৰিনা। যদিও পোন্ধৰ বছৰ মানৰ আগতে মানুহে মাদ্ৰিদৰ যুৱতীবোৰতকৈ তুৰস্কৰ যুৱতীবোৰক অধিক ভাল পায় তথাপি মোৰ চকুত চেলিতো আছিল 'মেদিচি ভেনাচ'।

ৰুম্বা নৃত্যৰ সময়ত চেলিতোই যেতিয়া তাইৰ গোলাপী তৰ্জনীটো শূন্যত মেলি ধৰে

তেতিয়া সেই দৃশ্যটো আকৌ এবাৰ দেখা পোৱাৰ বাবে দৰ্শকসকলে বলিয়াৰ দৰে চিঞৰ-বাখৰ কৰি তাল আফাল লগাই দিয়ে। ফলত মাত্ৰ সেই মুহূৰ্ত্তটোৰ বাবে হ'লেও চেলিতোৱে সেই দৃশ্যটো পুনৰাবৃত্তি কৰিব লগা হয়। সেই সময়ত তাইৰ ওঁঠৰ কোণত জড়িত হৈ থাকে স্বৰ্গচ্যুত দেবদূতৰ দৰে এক অনিৰ্বচনীয় হাঁহি। যিসকলে চেলিতোৰ কস্থা নৃত্য কেতিয়াও দেখা নাই তেওঁলোকে উষ্ণ মণ্ডলৰ ভালপোৱা এই সম্পদ সেয়া কোনোদিনেই বুজিব নোৱাৰে। এনে সহজাত মগ্ন তন্ময়তাত তাই নৃত্যৰে জগাই তোলে এক তীব্ৰ আদিম কামনা। পাৰস্য প্ৰজাপতিৰ দৰে তাই সকলো সময়তে জুই লৈ খেলে অথচ নিজে কেতিয়াও দগ্ধ নহয়।

এই গল্পৰ পটভূমি পশ্চিম ভাৰতীয় দ্বীপপুঞ্জ - য'ত প্ৰথম নৃত্য-কন্যা শিকি চেলিতোই বিপুল জনপ্ৰিয়তা লাভ কৰিছিল। মধ্যবিত্ত পৰিয়ালৰ এনে এজনো পুৰুষ নাছিল যিজনে চেলিতোৰ নাম শুনা নাই আৰু এই পৃথিবীত এনে কোনো যুৱতীও নাছিল যিয়ে চেলিতোতকৈ পুৰুষসকলক ভালকৈ বুজিছিল।

এবাৰ নৃত্য প্ৰদৰ্শন কৰিবলৈ চেলিতোই যেতিয়া কিউবালৈ আহিছিল তাইৰ সংগ পোৱাৰ বাবে দৰ্শক ইমানেই বলিয়া হৈ পৰিছিল যে অৱশেষত লটাৰীৰ ব্যৱস্থা কৰিব লগা হয়। এৰা, ঘটনাটো অস্বাভাৱিক হ'লেও আশ্চৰ্যৰ কথা একো নাছিল। কিন্তু উত্তৰ আমেৰিকাত আমাৰ জীৱনৰ সকলোবোৰ যেতিয়া আকস্মিকতাৰ ওপৰত নিৰ্ভৰ কৰে তেতিয়া কুঁহিয়াৰ খেতিৰ সৰু সেই দ্বীপটোৰ অখ্যাত কোনো চহৰত কোনো ভাগ্যবান পুৰুষে যদি নৃত্য প্ৰদৰ্শনীৰ অন্তত ৰূপহী চেলিতোক এটা ৰাতিৰ বাবে বাহিৰলৈ লৈ যাব পাৰে তাতে অধিক অবাক হোৱাৰ কোনো কাৰণ নাই। নিৰ্দ্দিষ্ট দিনৰ কটা টিকটৰ ওপৰত লটাৰীৰ সহায়ত জয়ী হব কেৱল এজনেই আৰু নিঃসন্দেহে তেওঁ হয়গৈ সবাতোকৈ ভাগ্যবান ব্যক্তি। তথাপি টিকট কটাৰ বাবে ৰৈ থকা প্ৰতিজন দৰ্শকে নিজকে ভাবে ডন জোৱান আৰু পিছত অন্য এজনে সম্ভাব্য জয়ী টিকটটো কিনি অন্যজনৰ পিনে কিবা এক আশংকাত বিদ্বেষৰ দৃষ্টিৰে চায়।

আনকি সেই নিৰ্দিষ্ট সন্ধ্যাত চেলিতোই নিজেও অলপ বিব্ৰত বোধ নকৰাকৈ নাথাকে - কিয়নো অনুষ্ঠানৰ প্ৰতি দৰ্শকসকলৰ অকণো আগ্ৰহ নাছিল - তেওঁলোকে একমাত্ৰ উন্মুখ হৈ পৰিছিল কেতিয়া চেলিতোৰ উদং দেহাটি একান্ত আপোনভাৱে পাব। ফলত নৃত্যৰ বাবে উৎসাহ ব্যঞ্জক ধ্বনিতকৈ কেতিয়া লটাৰী অনুষ্ঠিত হ'ব তাৰ বাবেই দৰ্শকবৃন্দ অধিক ব্যস্ত হৈ পৰিছিল।

এজনী যুৱতীক পোৱাৰ বাবে ইমানবোৰ লোক যেতিয়া একেবাৰে উন্মাদ হৈ পৰিছে তেতিয়া হ'লে যি কোনো মুহূৰ্ত্তত ভয়ংকৰ কিবা এটা ঘটিব পাৰে - এনে আশংকা থকা সত্ত্বেও ভাগ্য পৰীক্ষাৰ খেল বৰ সুন্দৰভাৱে অনুষ্ঠিত হ'ল। পৌৰোহিত্য কৰিলে মঞ্চ পৰিচালকে নিজে। মঞ্চৰ ওপৰত ওখ এটা টুপীৰ মাজত সংখ্যা লিখি অজস্ৰ টুকুৰা কাগজ ৰখা হ'ল। দৰ্শকৰ মাজৰ পৰা সান্ধ্য পোছাক পৰিহিত এজন লোক আহি টুপীৰ পিনে উভতি এখন কাগজৰ টুকুৰা তুলি ল'লে। ২১৩নং জয়ী হৈছে।

বিজয়ীক দেখাৰ বাবে সমগ্ৰ প্ৰেক্ষাগৃহ চঞ্চল হৈ উঠিল - কোনোৱে কোনোৱে বিদ্ৰূপ কৰি ক'লে - চেলিতোৰ পক্ষপুটত হেৰাই যোৱাৰ আগতে তেওঁ মঞ্চত উঠি আহি

সকলোকে দেখা দিয়ক।

সকলো নিস্তব্ধ হ'ল। সামান্য দুৰ্ভাগ্যৰ বাবে কৃতকাৰ্য হ'ব নোৱাৰা এজন দৰ্শকে থিয় হৈ ঠিক কাষৰ ২১৩নং আসনৰ ভদ্ৰলোকক বাহুত ধৰি প্ৰায় জোৰকৈ তুলি দিলে।

দেখাত বৰ সুন্দৰ, যেন কৃষ্ণবৰ্ণ কাঠত খোদাই কৰা, বলিষ্ঠ চেহেৰাৰ এজন নিগ্ৰো বৰ ধীৰে ধীৰে থিয় হ'ল। খুব নম্ৰ ভংগীত উল্লাসমুখৰ দৰ্শক বৃন্দৰ দিশে চাই তেওঁ অলপমান হাঁহিলে। তাৰ পিছত অনিচ্ছা সত্বেও টকা পইচা ৰখা মানিবেগৰ মাজত টিকটটো বিচাৰিলে আৰু সেইটো বিচাৰি পাই স্তম্ভিত দৰ্শকৰ চকুৰ আগতেই টুকুৰা টুকুৰকৈ ফালি এজাক ৰং-বিৰঙী চৰাইৰ দৰে বতাহত উৰুৱাই দিলে।

নিগ্ৰোজনৰ আওভাওত প্ৰত্যাখ্যানৰ ভংগীটো আছিল বৰ সুস্পষ্ট। তথাপি স্পেনৰ আশ্চৰ্য সুন্দৰ কলিৰ দৰে চেলিতোক কি প্ৰত্যাখ্যান কৰা সম্ভব? দৰ্শকসকলে সেই কথা কোনোপধ্যে বিশ্বাস কৰিব নোৱাৰিলে।

যদিও নিগ্ৰোজনে অলপ বিষন্নমনে মূৰ জোকাৰিছিল তথাপি দৰ্শকসকলক হতাশ কৰিব পৰা বুলি ভাবি তেওঁ মনে মনে এক আনন্দ অনুভৱ কৰিছিল। কিযনো তেওঁৰ পূৰ্বপুৰুষবোৰে যেতিয়া এদিন কুঁহিয়াৰ খেতিত ৰক্তাক্ত অৱস্থাত ক্ৰীতাসৰ দৰে মৃত্যুবৰণ কৰিব লগাত পৰিছিল সেইবোৰ দুখ, তিক্ততা তেওঁ কোনোপধ্যে পাহৰিব পৰা নাছিল। ইমান পৰে বগা চামৰাৰ মানুহবোৰে যি ভাবে কামনাত উদ্বাউল হৈ পৰিছিল নিতান্ত অবহেলাত সিহঁতৰ বিৰুদ্ধে প্ৰতিশোধ লব পাৰিছে বুলি ভাবি তেওঁৰ বুকুখন উষ্ণ আনন্দেৰে ভৰি পৰিল। সেয়ে কান্ধ জোকাৰি নিজৰ সম্পৰ্কে অত্যন্ত সচেতন ভাবে শিৰ তুলি তেওঁ যেতিয়া ৰংগমঞ্চ ত্যাগ কৰি ওলাই গৈছিল তেতিয়া ককালত হাত থৈ মঞ্চৰ ওপৰত থিয় হৈ থকা চেলিতোই অত্যন্ত লাজ অপমানত একো নাই হৈ প্ৰকৃত স্পেনীয় ক্ৰোধত জ্বলি উঠি তেওঁক উদ্দেশ্য কৰি থুৱাই দিলে।

দৰ্শকসকলে তেতিয়া দৌৰি গৈ নিগ্ৰোজনক প্ৰহাৰ কৰিবলৈ ধৰিলে। স্পেনৰ দুৰ্লভ কলিটোক যিযে প্ৰত্যাখ্যান কৰে, আন্দালুচিয়াৰ অন্যান্য ৰূপহীক যিয়ে তাচ্ছিল্য কৰে তাক দৰ্শকে উচিত শিক্ষাই দিব। প্ৰয়োজন হ'লে শেষ কৰি দিব।

যুক্তৰাষ্ট্ৰতো কোনো শ্বেতাংগ ৰমণীক ধৰ্ষণ কৰিবলৈ অস্বীকাৰ কৰা কোনো সংযমী নিগ্ৰোক শাস্তি দিয়াৰ ব্যৱস্থা যেতিয়া বৰ অপ্ৰত্যাশিত তেতিয়া ইযাত নিৰ্বিঘ্নে হত্যাৰ দৰে অপৰাধ সংঘটিত হয়।

আধাঘন্টাৰ পিছত মুমূৰ্ষ নিগ্ৰোজনক আস্পাতাললৈ লৈ যোৱা হ'ল আৰু সেই ৰংগমঞ্চৰ নাম, ঠিকনা সকলো গোপনে ৰখা হ'ল। তাৰ পিছৰ পৰা চেলিতোক পোৱাৰ বাবে তেওঁলোকে আৰু কোনোদিনে লটাৰীৰ আয়োজন কৰা নাই। ❑



# ছন্দ

ৰাতিপুৱাৰ প্ৰথম পোহৰখিনিয়ে অকণমান স্পেনিচ কাৰা প্ৰাঙ্গণৰ নিস্তব্ধতাক কপাঁই তুলিলে। আজিৰ ৰাতিপুৱাক এক মৃত্যুবাহী দূত যেন লাগিল। ফায়াৰিং স্কোৱাদৰ সন্মুখত তেতিয়া ডেকা লয়েলিষ্ট সকল থিয় দি ৰল। প্ৰাথমিক কাৰ্যৰ সকলো অন্ত পৰিছে— যেন এক কৰুণ নীৰৱতাই দৃশ্যটোৰ সমগ্ৰ মুহূৰ্ত্ত আৱৰি ধৰিছে।

প্ৰথমৰ পৰা শেষলৈকে বিদ্ৰোহী সকলে আশা কৰিছিল যে ষ্টাফ অফিচাৰে হয়তো মৃত্যুদণ্ড স্থগিত ৰখাৰ আদেশ দিব। দণ্ডিত লোকজন তেওঁলোকৰ আদৰ্শৰ বিৰোধী কিন্তু তেওঁ স্পেনত অধিক জনপ্ৰিয় আছিল। তেওঁ এজন চমৎকাৰ ব্যঙ্গ ৰসিকো আছিল। তেওঁৰ লিখনিয়ে সহকৰ্মী সকলৰ মনত যথেষ্ট আনন্দ প্ৰদান কৰিছিল। ফায়াৰিং স্কোৱাদৰ অফিচাৰ ই কমাণ্ডজনে তেওঁক ব্যক্তিগত ভাবেই জানে। গৃহযুদ্ধৰ আগতে তেওঁলোক বন্ধু আছিল। মাদ্ৰিদ বিশ্ববিদ্যালয়ৰ পৰা দুয়োজনে একেলগে ডিপ্লমা পাইছিল। দুয়ো একেলগে ৰাজতন্ত্ৰ আৰু গীৰ্জাৰ ক্ষমতা উচ্ছেদৰ বাবে সংগ্ৰাম কৰিছিল। একেলগে মদ খাইছিল, হাঁহি স্ফূৰ্ত্তি কৰিছিল আৰু লগতে পৰিহাস বিনিময় কৰিছিল আৰু কেতিয়াবা গোটেই সন্ধিয়া তৰ্কেৰে ভৰাই তুলিছিল। বিভিন্ন সময়ত তেওঁলোকৰ মতবিৰোধ বন্ধুত্বপূৰ্ণ আছিল। কিন্তু শেষলৈ তেওঁলোকেই স্পেনলৈ মাতি আনিছিল অশান্তি আৰু বিদ্ৰোহ।

তেওঁৰে এতিয়া নিজৰ বন্ধুক ফায়াৰিং স্কোৱাদলৈ আনিছে। অতীতৰ স্মৃতি ৰোমন্থন কৰি কি লাভ? যুক্তি বা বিচাৰৰ কি প্ৰয়োজন? গৃহযুদ্ধ আৰম্ভ হোৱাৰ পৰা যুক্তিৰ কি দৰ্কাৰ? নিস্তব্ধ কৰা প্ৰাঙ্গণত অফিচাৰৰ মনত এইবোৰ প্ৰশ্নই দ্ৰুত গতিৰে দোলা দিব ধৰিলে।

ওহো, অতীতক সঁচাকৈ নিৰ্মূল কৰিব লাগিব। একমাত্ৰ ভৱিষ্যতেই এতিয়া হব বিচাৰ্য। এইখন এনে এখন পৃথিৱী য'ত আৰু বহু পুৰণি বন্ধুক দেখা পোৱা নেযাব।

যুদ্ধ আৰম্ভ হোৱাৰ পিছত আজি এটি বিশেষ পুৱাৰ কথা— য'ত তেওঁলোক পুনৰ মিলিত হ'ল। কোনো কথা কোৱা নহ'ল যদিও কাৰা প্ৰাঙ্গণত প্ৰৱেশ কৰাৰ সময়ত মৃদু হাঁহি

বিনিময় কৰিলে। এই সকৰুণ পুৰাতে দেৱালত বক্তিম আৰু ৰূপালী পোহৰে আবৰি ধৰিলে। সকলো পিনে নীৰৱতা। এনে এক প্ৰশান্তি যাৰ ছন্দৰ সতে কাৰা প্ৰাঙ্গণৰ বুকুৰ স্পন্দনৰ দৰেই। এই নৈঃশব্দৰ মাজত ফাযাৰিং স্কোৱাদৰ অফিচাৰ কমাণ্ডিঙৰ কণ্ঠস্বৰে কাৰাৰ প্ৰাচীৰ কঁপাই তুলিলে, এটেনচন!

আদেশ শুনা মাত্ৰকে ছযজন নিম্ন পদস্থ সৈনিকে ৰাইফল চেপি ধৰিলে। সিহঁতৰ শৰীৰ কঠিন হৈ পৰিল। এই আদেশৰ পিছত অলপ সময়ৰ বাবে বিৰতি। দ্বিতীয় আদেশ ক্ষন্তেক পিছতে আহিব।

কিন্তু এই বিৰতিৰ পিছতে যেন কিবা এটা ঘটিল। ফলত পৰিবেশৰ ছন্দ পতন ঘটিল। দণ্ডিত মানুহজনে কাঁহ এটা মাৰি ডিঙিটো পৰিষ্কাৰ কৰি ললে। এই কাৰ্যই সমগ্ৰ ঘটনাটোৰ অৱস্থা সলনি কৰি দিলে।

অফিচাৰজন বন্দীৰ কাষলৈ উভতি আহিল। বন্দীজনে কিবা এটা কব বুলি তেওঁ প্ৰতীক্ষা কৰিলে। কিন্তু বন্দীজনে একোৱে নকলে। অফিচাৰ জনে আকৌ নিজৰ সৈন্যদলৰ কাষলৈ উভতি আহি দ্বিতীয় আদেশ দিবলৈ সাজু হ'ল। কিন্তু হঠাৎ যেন তেওঁৰ মনত কিবা এটা কৰুণ প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল— যেন স্মৃতি ভ্ৰষ্ট হ'ল।

তেওঁ মনে মনে সৈনিক সকলৰ কাষত থিয় হ'ল। কি ঘটিছিল? কাৰা প্ৰাঙ্গণৰ এনে প্ৰতিক্ৰিয়া তেওঁৰ বাবে বৰ আচহুৱা লাগিছিল। তেওঁ আৰু একোৱে দেখা নেপালে। বাস্তৱ দৃষ্টিত মাত্ৰ এজন লোক দেৱালৰ ফালে পিঠি দি আছিল। কাষত ছয়জন ব্যক্তি আৰু পিছফালে থিয় হৈ থকা মানুহবোৰক মূৰ্খৰ দৰে দেখা গৈছিল। হঠাৎ যেন বন্ধ হৈ যোৱা ঘড়ী। যেন অস্বাভাবিক কিবা এটা ঘটিছে। আটাইবোৰ যেন এটি স্বপ্ন। অসহায়ভাবে তেওঁৰ স্মৃতি উভতি আহিল। কিমান সময় তেওঁ তাত থিয় হৈ আছিল? কি হৈছিল? এৰা, তেওঁ এটা আদেশ দিছিল। কিন্তু দ্বিতীয় আদেশটো কি বাৰু?

এটেনচন। এই বুলি কোৱাৰ লগে লগে 'ছোল্ডাৰ আৰ্মছ' উপস্থিত হ'ল। শেষত 'ফায়াৰ' — তেওঁৰ অবচেতন মনত এই সম্পৰ্কে এটা অস্পষ্ট ধাৰাণা আছিল।

এনে এক বিব্ৰত অৱস্থাত তেওঁ অসলগ্ন ভাবে বহু শব্দ উচ্চৰাণ কৰি পেলালে। যাৰ কোনো অৰ্থ নাই। কিন্তু তেওঁ কান্ধত বন্দুক তুলি লৈছে।

বন্দুকৰ ছন্দই আকৌ তেওঁৰ মগজুত বন্দুক জগাই তুলিলে। তেওঁ বাধা প্ৰদান কৰিলে। কিন্তু সৈনিক সকলে বন্দুক টোবাই ললে।

ইয়াৰ পিছত যিখিনি সময় বিৰতি পোৱা গ'ল সেই সময়তে কাৰা প্ৰাঙ্গণত কাষোৱাৰ শব্দ শুনা গ'ল। অফিচাৰ জনে তেতিয়াই জানিব পাৰিলে মৃত্যুদণ্ডৰ আদেশ স্থগিত হ'ল। তৎক্ষণাত তেওঁ সম্বিত ঘূৰাই পালে। দেহৰ সমগ্ৰ শক্তিৰে তেওঁ চিঞৰি উঠি ফায়াৰিং স্কোৱাদক কলে 'ষ্টপ'...।

ছয়জন মানুহে ৰাইফল লৈ সাজু হৈ আছিল। ছয়টি মানুহক এনেদৰে শিক্ষা দিয়া হৈছিল। এই ছয়টি মানুহে সেই চিৎকাৰ শুনিলে 'ফায়াৰ'.......

লগে লগে গুলীৰ শব্দ ওলাল............... ❑

❑ মাইক কুইন

# জনমত



খ্যাতনামা পৰিব্ৰাজক ড° হূৰ্গ স্নাগেলে কিছুদিনৰ আগতে প্ৰকাশিত তেওঁৰ 'ইয়াপ ইয়াপৰ জনগণৰ বৈচিত্ৰ্যময় প্ৰথা' নামৰ এখন পুথিত সেই অজ্ঞাত দ্বীপৰ বাসিন্দাসকলৰ বাক-স্বাধীনতা লৈ বহু আশ্চৰ্যজনক ঘটনাৰ কথা উল্লেখ কৰে।

ইয়াপ ইয়াপৰ অধিকৰ্তা ইগি বুমবুমৰ প্ৰাসাদৰ এখন সভাত ড° হূৰ্গ স্নাগেলক অভ্যৰ্থনা জনোৱা হয়। ড° হূৰ্গ স্নাগেলে নানা গল্প গুজবৰ মাজত সেই দ্বীপৰ অধিকৰ্তাৰ কাষৰ পৰা সেই দ্বীপৰ বাক-স্বাধীনতা অধিকাৰ আইনৰ কিদৰে স্বীকৃত আছে তাক জানিবলৈ ইচ্ছা কৰে।

ড° হূৰ্গ স্নাগেলৰ কথাত তেওঁ ক'লে, 'এৰা আমাৰ দ্বীপৰ জনগণে সম্পূৰ্ণভাৱে বাক-স্বাধীনতা উপলব্ধি কৰে। আমাৰ চৰকাৰে জনগণৰ মত লৈ চলে।'

কিন্তু জনমত লোৱাৰ বাবে আপোনালোকে কেনে ধৰণৰ পদ্ধতি গ্ৰহণ কৰে আৰু বিভিন্ন সমস্যা লৈ জনসাধাৰণে কি চিন্তা ভাৱনা কৰিছে সেয়া আপোনালোকে কেনেদৰে নিৰ্ণয় কৰে?

ড° হূৰ্গ স্নাগেলৰ প্ৰশ্নৰ উত্তৰত দ্বীপৰ অধিকৰ্তাই ক'লে, পদ্ধতিটো একেবাৰে সহজ।

আমি যেতিয়াই কোনো এটি বিষয় লৈ নীতি নির্দেশনা অত্যন্ত প্রয়োজনীয় বুলি ভাবো তেতিয়াই দ্বীপৰ সকলো বাসিন্দাকে প্ৰাসাদৰ বিশাল ছাদত একগোট হ'বলৈ কওঁ। প্রধান পুৰোহিতে যেতিয়া তেওঁলোকৰ লিখিত স্মাৰকপত্ৰ পাঠ কৰি জনাই দিয়ে ইয়াত কিয় সমাবেশৰ আয়োজন কৰা হৈছে। তাৰ পিছত সোণৰ শিঙাৰ ধ্বনি শুনি সেই জনমতৰ কথা বুজি পাওঁ। ড° হৰ্ণ স্নাগলে তেতিয়া সুধিলে - 'সোণৰ শিঙাৰ কথাটো মই ভালকৈ বুজি নাপালো।'

তেওঁ ক'লে - সোণৰ শিঙা এনে এবিধ যন্ত্র যি যন্ত্রৰ সহায়ত জনমতৰ পৰিমাণ লোৱা হয়। প্রথমে মই সোঁ-হাত আকাশৰ পিনে তুলি চিংকাৰ কৰি কওঁ যিয়ে প্রস্তাব সমর্থন কৰে তেওঁলোকে শিঙা বজাওক। যিসকল প্রস্তাৱৰ সপক্ষে থাকে তেওঁলোকে মোৰ মাত শুনি লগে লগে শিঙা ফুকিবলৈ ধৰে। ইয়াৰ পিছত মই বাঁওহাত আকাশৰ পিনে তুলি কওঁ যিসকল প্রস্তাৱৰ বিপক্ষে আছে তেওঁলোক শিঙা বজাওক। তেতিয়া তেওঁলোকে শিঙা বজাব ধৰে। ইয়াৰ পিছত মই বাঁওঁহাত ওপৰলৈ তুলি কওঁ যি পক্ষৰ শব্দ ডাঙৰ হয় সেইসকলে সংখ্যা গৰিষ্ঠ— ফলাফল স্বৰূপে তেওঁলোকৰ মত গৃহীত হয়।

হৰ্ণ স্নাগেলে ক'লে, আপোনাৰ কথা শুনি ভাব হৈছে আপোনাৰ দেশৰ গণতন্ত্রই নির্ভেজাল গণতন্ত্র। মোৰ বৰ ইচ্ছা গৈছে এনে ধৰণৰ জনমত বিচাৰৰ অনুষ্ঠানত মই উপস্থিত থাকি কিছু সংখ্যক ফটো তোলো।

পিছদিনা আবেলি ড° হৰ্ণ স্নাগেলে এনে এটি অনুষ্ঠানত উপস্থিত হোৱাৰ সুযোগ পালে। এটি বৰ গুৰুত্বপূর্ণ বিষয়ৰ ওপৰত মতামত লোৱাৰ বাবে দ্বীপৰ বাসিন্দাসকলক প্ৰাসাদৰ ছাদত সমবেত কৰা হ'ল। সংখ্যাত প্রায় হেজাৰজনমান হ'ব। সকলোৱে প্রায় নগ্ন। পিন্ধনত মাত্র লেংটি। অন্য কোনো কাপোৰ কানিৰ নাম চিহ্নও নাই। অনুষ্ঠান যেতিয়া আৰম্ভ হ'ল এনে সময়তে মণি মুক্তা শোভিত পাল্কীত উঠি চাৰিজন ভদ্রলোক আহিল। প্রত্যেকেই যথেষ্ট দামী সাজ পোছাক পিন্ধিছে। তেওঁলোকৰ গাত বহু মূল্যৰ মণি ৰত্নৰ অলংকাৰে জকমক কৰিছে। কস্তুৰীৰ গোন্ধত চৌদিশ জলমলাই উঠিল। কি অপূর্ব সুবাস। জনসাধাৰণৰ একেবাৰে সন্মুখৰ শাৰীত চিক্কণ গাৰুৰ আসনত আউজি বৰ আৰাম কৰি বহিল। কেইজনমান ভৃত্যই ময়ূৰৰ পাখিৰে বিচিবলৈ ধৰিলে।

হৰ্ণ স্নাগলে সুধিলে-'এই চাৰি ভদ্রলোক কোন?'

অধিকর্তাই উত্তৰ দিলে-'এই দ্বীপৰ চাৰিজন শ্রেষ্ঠ চহকী লোক।'

এই চাৰিজন চহকী শ্রেষ্ঠ আহি উপস্থিত হোৱাত পুৰোহিতে লিখিত প্রস্তাৱ পাঠ কৰিলে।

প্রস্তাৱ পাঠ হোৱাৰ পিছত অধিকর্তাই সন্মুখৰ পিনে আহি সোঁ-হাত ওপৰলৈ তুলি চিংকাৰ কৰি ক'লে-'যিসকল প্রস্তাৱৰ সপক্ষে তেওঁলোকে শিঙা বজাওক।'

লগে লগে চাৰিজন সম্ভ্রান্ত ধনীলোকে সোণৰ শিঙা বজাবলৈ ধৰিলে। শিঙাৰ শব্দত দশোদিশ মুখৰিত হ'ল।

এইবাৰ যিসকল প্রস্তাৱৰ বিপক্ষে তেওঁলোক শিঙা বজাওক।

কিন্তু সেই জনসমাবেশ সম্পূর্ণ নির্বাক। তেতিয়া অধিকর্তাই ঘোষণা কৰিলে - 'কাজেই প্রস্তাৱ গৃহীত হ'ল।'

অনুষ্ঠান শেষ হোৱাৰ পিছত হৰ্ণ স্নাগেলে অধিকৰ্তাক সুধিলে-'আপোনাৰ দ্বীপত চহকী চাৰিজনৰ বাদে আন কোনোৱে দেখোন শিক্ষা নবজালে। ঘটনাটো বৰ আশ্চৰ্যজনক।

'কিনো আশ্চৰ্যজনক কথা?' আমাৰ এই দ্বীপত চাৰিজন লোকেই একমাত্ৰ শিক্ষাৰ অধিকাৰী। বাকী সকলো গৰীব।

ড° হৰ্ণ স্নাগেলে বিস্মিত হৈ ক'লে, 'তেনেহ'লে এই দ্বীপৰ যে বাক-স্বাধীনতা আছে তাক কেনেকৈ কওঁ?' এইবোৰ দেখি মোৰ এনে লাগিছে যে চহকী লোকে নিজেই নিজৰ শিক্ষা বজাইছে। বাক-স্বাধীনতা যদি আছে তেনেহ'লে আমেৰিকাত আছে।

অধিকৰ্তাই সুধিলে 'আপোনালোকৰ আমেৰিকাৰ জনমত কেনেকৈ স্থিৰ কৰা হয়?'

ড° হৰ্ণ স্নাগেলে ক'লে, 'আমাৰ আমেৰিকাত কোনো শিক্ষা বজোৱা নহয়। তাৰ সলনি আমাৰ আছে বাতৰি কাকত। বিভিন্ন পত্ৰ পত্ৰিকা, বেতাঁৰ।'

অধিকৰ্তাই বৰ আচৰিত হৈ ক'লে, 'বৰ আমোদজনক কথা। কিন্তু এই বাতৰি কাকত, বেতাঁৰ কেন্দ্ৰৰ মালিক কোন?'

ড° হৰ্ণ স্নাগেলে অধিকৰ্তাৰ প্ৰশ্নৰ উত্তৰত খোনা মাতেৰে ক'লে-'চহকী লোকসকল।'

অধিকৰ্তাই হাঁহি মাৰি ক'লে 'তেন্তে মোক আৰু এনে ধৰণৰ প্ৰশ্ন কিয় কৰিছে? আপোনালোকৰ আমেৰিকাৰো চহকী লোকসকলে নিজৰ শিক্ষা নিজে বজাইছে।' ❑

❑ শ্বেতোপ্লাভমিনিকভ

# ৰঙা শাৰ্ক



পঞ্চাশ বছৰ আগতে, অফুৰন্ত গাহৰি আৰু গমধানৰ দেশ আইৱৱাত এদিন দিনৰ পোহৰত জেক পিটাৰ্চনে প্ৰথম চকু মেলিছিল। জন্মৰ কালছোৱাত তেওঁৰ ভাগ্য আমেৰিকা বিৰোধী— সংশয়ৰ চিকাৰ হৈ উঠা নাছিল। সেইবাবে মানুহৰ ভাগ্যক লৈ ভৱিষ্যতবাণী প্ৰচাৰ কৰাৰ তেতিয়া স্বাধীনতা আছিল। নবজাত শিশুৰ দোলনাৰ কাষত থিয় হৈ ভাগ্যদেৱীত্ৰয়ে ক'লে ঃ 'শিশুটো ব্যৱসায়ী হব, বৃহৎ কাৰবাৰী হব, আৰু টকাৰ ওপৰতেই বাগৰি থাকিব পাৰিব।'

বাস্তৱিকতেই বহুতো দুৰ্ভাগ্যৰ প্ৰাচীৰ পাৰ হৈ দ্বিতীয় মহাযুদ্ধৰ শেহৰ পিনে জেক পিটাৰ্চনে অৱশেষত নিজৰ ভৰিৰ ওপৰত নিজে থিয় হ'ল। তেওঁৰ খুৰাক আছিল চিকাগোৰ এজন খ্যাতনামা মুষ্টি যোদ্ধা সংগঠক— নাম হাৰ্ব চেৰ্যাচ। তেওঁ মটৰ দুৰ্ঘটনাত মৃত্যুবৰণ কৰে। তেওঁৰ উইলত থকা অনুসৰি জেক পিটাৰ্চনে যথেষ্ট সম্পত্তিৰ উত্তৰাধিকাৰী হ'ল।

তেওঁ আছিল এটি সৰু সংগঠনৰ এজন সাধাৰণ বজাৰ প্ৰতিনিধি। হঠাতে আঙুলি উখহি কলগছ হ'ল, কিন্তু ডলাৰৰ আইন অনুসৰি উত্তৰাধিকাৰী সূত্ৰে পোৱা পুঁজি বহুগুণে বৃদ্ধি

কৰিবই লাগিব। এই ক্ষেত্ৰত পৰলোকগত হাৰ্ব চেৰ্ষাচৰ সুধী অভিজ্ঞতাকে এক অত্যুজ্জ্বল উদ্ভাৱনী বুদ্ধি মত্তাৰ পৰিচয় দিলে। তেওঁৰ মূলধনবিহীন বহুতেই দুঃসাহসিক ব্যৱসায়িক উদ্যোগৰ কাৰণত মেৰখাই পৰিল নতুবা সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ টুথপেষ্ট নিৰ্মাতাৰ ওপৰত ঘৃণা বৰ্ষণ কৰি বজাৰ লৈ খেলা আৰম্ভ কৰিছিল। তেওঁ আছিল এজন উদ্যোগী ব্যক্তি। সেয়ে এক ক্লান্ত বিনিদ্ৰ নিশাৰ পিছতেই তেওঁ এই সিদ্ধান্তলৈ আহিল যে জীৱনৰ সৰ্বাতোকৈ নিশ্চিত বস্তুটো হ'ল মৃত্যু। এই নীতিৰ প্ৰেৰণাতেই তেওঁ নিউয়ৰ্কৰ কাষতে আঢ়ৈ একৰ মাটি কিনি ল'লে। সেই মাটিখিনি কবৰ স্থানলৈ ৰূপান্তৰিত কৰি তাৰ নাম দিলে 'শাশ্বত বিশ্ৰাম উদ্যান'।

পাঠক পাঠিকাসকলে এই ঘটনাটো অলপ আচৰিত যেন বোধ কৰিব। কবৰস্থানৰ দৰে প্ৰতিষ্ঠানো ব্যক্তিগত মালিকৰ অধীনত পৰিচালিত হয়। কিন্তু ঘটনাটো সম্পূৰ্ণ সঁচা। মৃতকৰ অন্তিম বিশ্ৰাম স্থলখিনিও আমেৰিকাত উদ্যোগী মালিকৰ হাতত থাকিব পাৰে। ইয়াত আচৰিত হ'বলগীয়া একো নাই।

জেক পিটাৰ্চনেও কিনা মাটিৰ ওপৰত আইনগত স্বত্বাধিকাৰ প্ৰতিষ্ঠিত কৰি তেওঁৰ স্বৰ্ণ প্ৰসূত পৰিকল্পনাক বাস্তৱ ৰূপ দিবলৈ অগ্ৰসৰ হ'ল। প্ৰথমে সমগ্ৰ মাটিখিনি কেইবাটাও সৰু সৰু খণ্ডত ভাগ কৰিলে। চাইপ্ৰাচ আৰু ক্ৰন্দসী উইলোৰে শোভা পাব কিছুমান সাজি ল'লে। এটা সৰু প্ৰাৰ্থনা গৃহও নিৰ্মাণ কৰিলে। তেওঁৰ সম্পত্তিৰ কেউকাষে পকী দেৱালেৰে বেৰ দিলে। কবৰ স্থানৰ দুৱাৰমুখৰ সমুখত বুদ্ধিমান মালিকে কফিন, মালা আদি কৰি অন্ত্যেষ্টিক্ৰিয়াৰ অন্যান্য সা-সামগ্ৰী সম্বলিতে বিক্ৰীৰ বাবে এখন দোকান খুলিলে। শেষ আকৰ্ষণ ৰূপে খুলিলে জাজবাদ্য আৰু নৃত্যোপযোগী মজিয়া থকা এটা নৈশ ক্লাব।

কবৰস্থানৰ মাটিত যেতিয়া শব গ্ৰহণৰ প্ৰস্তুতি পৰ্বৰ সমাপ্তি ঘটিল তেতিয়া জেক পিটাৰ্চনে খুৰাকৰ দেহাৱশেষ আনি কবৰস্থানৰ এচোৰাৰ বিশেষ স্থানত কবৰ দিলে। পৰম হিতৈষীৰ কবৰত কৃতজ্ঞ জেক পিটাৰ্চনে এটা মনোজ্ঞ স্মৃতি সৌধ গঢ়ি তুলিলে। তাৰ ওপৰত প্ৰতিষ্ঠিত কৰিলে স্বৰ্গগত হাৰ্ব চেম্বাৰ্চৰ এটি ব্ৰোঞ্জৰ প্ৰতিমূৰ্ত্তি।

কিন্তু প্ৰথম প্ৰজাগণৰ পিছত কবৰ দিয়াৰ বাবে আৰু বহুতো প্ৰজাৰ প্ৰয়োজন। এইখিনি সময়তে অসুবিধা হ'ল। প্ৰতিটো নতুন উদ্যোগৰ দৰে শাশ্বত বিশ্ৰাম উদ্যানৰো প্ৰচাৰৰ আয়োজনে দেখা দিলে। এই দিশটোত জৰ্জ পিটাৰ্চনে শক্তিশালী চাবোন কেনৰ বিজ্ঞাপন এজেন্সীৰ চতুৰ্থ কৰ্ম্মচাৰীসকলৰ ওপৰত বিশ্বাস ন্যস্ত কৰিলে।

শীঘ্ৰে সংবাদ পত্ৰবোৰত নানা প্ৰকাৰৰ প্ৰলুব্ধকৰ বিজ্ঞাপন দেখা দিব ধৰিলে।

নিউয়ৰ্ক, হেৰল্ড, ট্ৰিবিউন যুদ্ধৰ পৰিসমাপ্তি ঘটিছে— কিন্তু প্ৰতিটো পদক্ষেপতেই আমাক অনুসৰণ কৰিছে মৃত্যুৱে। জেক পিটাৰ্চনৰ অন্ত্যেষ্টি উদ্যোগ 'শাশ্বত বিশ্ৰাম উদ্যান' অত্যন্ত আকৰ্ষণীয় চৰ্তত আপোনাৰ বাবে নিশ্চিত কৰি ৰাখিছে বোমাৰুৰ নিদ্ৰুত চকু।

নিউইৰ্ক টাইমচ-নবক যন্ত্ৰণাৰ পৰা আপোনাৰ আত্মাক ৰক্ষা কৰক। 'শাশ্বত বিশ্ৰাম উদ্যান'ত জিৰণি লওক। একান্ত পাপিষ্ঠজনেও তাৰ পৰা পোনে পোনে স্বৰ্গ যাত্ৰা কৰিব পাৰে।

মৰ্ণি পোষ্ট-নাইটিঙেল চৰাইয়ে ক'ত সন্ধ্যাতোকৈ সুমধুৰ গান গায় জানেনে? জেক পিটাৰ্চনৰ 'শাশ্বত বিশ্ৰাম উদ্যানত।' মৃতসকল ক'ত বাৰু জীৱনৰ সকলো সুবিধা উপভোগ

কৰে? জেক পিটাৰ্চনৰ 'শাশ্বত উদ্যানত।'

খৃষ্টিয়ান চায়েন্স মনিতৰ-মৃত্যু আৰু জীৱনৰ মাজত যদি এটা অবিস্মৰণীয় সন্ধ্যা যাপন কৰিব খোজে, তেনেহ'লে পৰিদৰ্শন কৰক জেক পিটাৰ্চনৰ নৈশ ক্লাব। প্ৰথম শ্ৰেণীৰ জাজ বাদ্য। অন্য জগতৰ লগত আপুনি কৰিব পাৰিব প্ৰত্যক্ষ যোগাযোগ।

এই বিজ্ঞাপনবোৰে প্ৰচাৰৰ প্ৰথম দিনটোৰ পৰাই মানুহৰ মন জয় কৰি পেলালে। শাশ্বত বিশ্ৰাম উদ্যানত আহি উপস্থিত হ'লহি বহুলোক, কেবল নিগ্ৰোসকলেহে মৃত্যুৰ সিপাৰৰ আশীৰ্বাদৰ পৰা বঞ্চিত হ'ল। অপ্ৰয়োজনীয় বেমেজালিৰ পৰা হাত সৰাৰ বাবে জেক পিৰ্টচিনে কবৰস্থানৰ দুৱাৰ মুখত ডাঙৰ ডাঙৰ হৰফেৰে এখন বিজ্ঞাপন আঁৰি দিলে। 'নিগ্ৰোসকলৰ প্ৰবেশ নিষেধ।'

ক'লা ৰঙৰ গাড়ীত আবদ্ধ শান্ত অতিথিসকলক অনুগত কৰ্মচাৰীসকলে অভ্যৰ্থনা কৰিছিল। যিজনে যিমান পৰিমাণৰ ধন ব্যয় কৰিছিল, কবৰ দিয়াৰ সময় আৰু ধৰ্ম্মীয় অনুষ্ঠানৰ সময় সেই অনুপাতে নিৰ্দ্ধাৰিত হৈছিল। বিবিধ সন্মান প্ৰদৰ্শন আৰু ধৰ্ম্মীয় অনুষ্ঠানৰ ক্ৰিয়া কাণ্ড কিমানখিনি হ'ব সেয়াও নিৰ্ভৰ কৰিছিল মৃত ব্যক্তিৰ আৰ্থিক সাৰ্মথ্যৰ ওপৰত। দুশ ডলাৰ দিলে তিনি মিনিটৰ ধৰ্ম্মীয় মন্ত্ৰপাঠসহ সুন্দৰ অন্ত্যেষ্টি অনুষ্ঠানৰ ব্যৱস্থা। পাঁচশ ডলাৰত অৰ্দ্ধ পাপ মুক্তি আৰু দহ মিনিটলৈকে আবেগময়ী ধৰ্মীয় স্তৱ। হেজাৰ ডলাৰৰ গ্ৰাহকজনে এনে এক গাম্ভীৰ্য্যপূৰ্ণ ধৰ্মীয় অনুষ্ঠানৰ মাজেৰে আন এখন জগতত প্ৰবেশ কৰিছিল। যাৰ ফলস্বৰূপে সকলোবোৰ পাপৰ পৰা তেওঁ মুক্ত হ'ব পাৰিছিল। ঐক্যতানৰ সংগীতৰ ব্যৱস্থা কৰা হৈছিল আৰু সমগ্ৰ উৎসৱটো চলচ্চিত্ৰ ৰূপে গ্ৰহণ কৰা হৈছিল।

সন্ধিয়া জেক পিৰ্টাচনৰ নৈশ ক্লাব দৰ্শকেৰে লোকাৰণ্য হৈ পৰিছিল। দৰ্শকসকলৰ মাজত যুগ্ম প্ৰেমিক আৰু চোক থকা আবেগ যিসকলৰ প্ৰিয় আছিল তেনে লোকেই আহি ক্লাবত সমবেত হৈছিল। জাজ বাদ্যৰ ঝঙ্কাৰ শীৰ্ষত উঠিছিল, তাৰ মাজতেই তেওঁলোকে পান কৰিছিল সুৰা— লগে লগে বিকট চিঞৰ বাখৰ কৰি আনন্দ উৎসৱত মতলীয়া হৈ উঠিছিল।

জেক পিটাৰ্চন হ'ল এইসকল সাধাৰণ মানুহৰেই এজন, যিসকলে জীৱনত মাথোঁ তিনিটা প্ৰধান অবলম্বনৰ ওপৰতেই ভৰষা কৰে। ঈশ্বৰ, ডলাৰ আৰু বিজ্ঞাপন শিল্প।

শৈশৱ কালৰ পৰাই জেক পিৰ্টাচনে আমেৰিকাৰ বিশাল ভূ-ভাগৰ দৰে পৰুৱাৰ লানিৰ দৰে শ্ৰেণীবদ্ধ অজস্ৰ ধৰ্ম সম্প্ৰদায়ৰ নীতি কথা শুনোতে সম্পূৰ্ণৰূপে অভ্যস্ত হৈ পৰিছিল। কণমনি জেকৰ মূৰটো কোন মুখা হ'ব সেইটো সাধাৰণ কথা। কিছুমান নিৰ্দ্দেশে জেকক এই কথাবোৰ স্মৰণ কৰাই দিছিল যে আমেৰিকা হৈছে খ্ৰীষ্টিয় সভ্যতাৰ শয্যা। তদুপৰি প্ৰতিজন আমেৰিকান নাগৰিকৰ প্ৰাত্যহিক জীৱনত ঈশ্বৰৰ এটা সক্ৰিয় ভূমিকা আছে। জেক পিৰ্টাচনে এই সকলোবোৰ বস্তুৰ বাস্তৱতাত ঠিক তেনেদৰেই বিশ্বাস কৰিছিল যেনেদৰে তেওঁৰ বিশ্বাস আছিল ৰিফ্ৰিজাৰেটৰ আৰু ওৱাশ্বিং মেচিনৰ ওপৰত।

এজন নিভাজ আমেৰিকান হিচাপে জেক পিৰ্টাচনৰ বাবে ডলাৰেই হৈছে সৰ্বৰ্শক্তিমানৰ মূৰ্ত্তি প্ৰতীক, ই হ'ল মানৱিক উন্নতিৰ সঠাৰ কাঠী। ডলাৰৰ সোণালী ৰশ্মিয়ে তেওঁক ৰবকৈ প্ৰলুব্ধ কৰিছিল। তেওঁৰ মনৰ শান্তিত বিঘিনি ঘটিব ধৰিছিলে। আনকি তেওঁ সপোনতো সেই

সোণালী ৰশ্মিৰ আবিৰ্ভাৱ হবলৈ ধৰিলে। অৰ্থ সংগ্ৰহৰ কষ্টকৰ উদ্যমত অন্ধ হৈ তেওঁৰ জীৱন সঙ্গী কঠোৰতাৰ কথাও পাহৰি থাকিল। মাজে সময়ে কেতিয়াবা ক্লান্তি আৰু হতাশাত ভাঙি পৰি তেওঁ হয়তো একোবাৰ জিৰণি লৈছিল কিন্তু পিছ মুহূৰ্ত্ততে পুনৰ উঠি থিয় হৈছিল। ডলাৰৰ সন্ধানত। সেই সোণালী ৰশ্মিয়ে অৱশেষত তেওঁৰ মুঠাতত আহি ধৰা দিলেহি।

কম্পিউটাৰৰ দৰে এটা যান্ত্ৰিক মন আছিল জেক পিটাৰ্চনৰ। তেওঁৰ বিচাৰ বিবেচনা আছিল সৰল আৰু ব্যৱসায়িক। তেওঁ কেতিয়াও জটিল নাইবা বিমূৰ্ত চিন্তাত মনটো নষ্ট কৰা নাছিল। ঘটনাৰ গা বগাই তেওঁৰ চিন্তা চৰ্চা সমুখলৈ ধাবিত হৈছিল। তেওঁ নিতৌ সন্ধান কৰিছিল মাত্ৰাধিক লাভ। বিজ্ঞাপন শিল্পই আছিল তেওঁৰ সদাতোকৈ অনুগত উপদেষ্টা। বিজ্ঞাপন যেন ছাঁৰ দৰে তেওঁৰ পিছে পিছে ঘূৰি ফুৰিছিল। ৰেডিঅ', দূৰদৰ্শন, সংবাদ পত্ৰই বাটে পথে তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁক উপদেশ দিছিল আৰু তেওঁৰ ওপৰত বিজ্ঞাপনী মতামত জাপি দিছিল। বিজ্ঞাপনে তেওঁক বুজাই দিছিল কোনজন ৰাষ্ট্ৰপতি পদপ্ৰাৰ্থীক সমৰ্থন কৰিব লাগিব, আৰু এই বস্তুটোৱেই তেওঁক শিকাই দিছিল আশ্চৰ্যকৰ আমেৰিকা জীৱন পদ্ধতিত বিশ্বাস কৰিবলৈ আৰু সাম্যবাদক ঘৃণা কৰিবলৈ।

যুদ্ধৰ পৰবৰ্ত্তী প্ৰথম বছৰবোৰত জেক পিটাৰ্চনে আত্মবিশ্বাসৰ ওপৰত ভৰ দি ক্ৰমশঃ উন্নতিৰ সোপানত আৰোহণ কৰিছিল। ক্ৰমবৰ্দ্ধমান স্থিৰ লাভৰ অংক বৃদ্ধি হৈ প্ৰতিটো অতীতৰ দিনে তেওঁৰ অন্ত্যেষ্টি প্ৰতিষ্ঠানটোক যথেষ্ট সমৃদ্ধ কৰিলে। কিন্তু ইতিমধ্যে আমেৰিকাৰ দিগন্ত যেন কলীয়া মেঘে আবৰি ধৰিলে। ক্ৰমাৎ সেই কলীয়া মেঘে আৰু ঘনতৰ হবলৈ ধৰিলে। পাৰমাণবিক বোমাৰ অশুভ ব্যৱহাৰে জীৱন যেন ভয়াৰ্ত্ত কৰি তুলিলে। এটা নতুন যুদ্ধৰ কাহিনী যেন অবিৰত গতিত স্ফীত হৈ পৰিল। ক্ৰমাৎ মানুহৰ মন ঘন কুঁৱলীয়ে ছানি ধৰিলে। সংবাদ পত্ৰই আপোন সুৰে প্ৰচাৰ কৰিলে চোভিয়েট ইউনিয়নৰ দ্বাৰা আমেৰিকা আক্ৰমণৰ সম্ভাৱনা উজ্জ্বল। আকাশবাণীৰ কেন্দ্ৰবোৰে প্ৰচাৰ কৰিলে সকলো প্ৰকাৰৰ কমিউনিষ্ট বিপদ প্ৰতিৰোধ কৰাৰ সাৱধান বাণী। মানুহৰ মানসিক শান্তিৰ বিঘিনি ঘটিল। জেক পিটাৰ্চনেও তেওঁৰ ভাৰসাম্য হেৰুৱাই পেলালে। তেৰোঁ সাধাৰণ উত্তেজনাৰ চিকাৰ হ'ল। সেই অশান্তিৰ ঢৌৱে তেওঁকো যেন উটুৱাই নিলে।

মানুহৰ অশান্তি তেতিয়াহে অধিক তীব্ৰ হৈ উঠিল যেতিয়া চিনেটৰ যোচেফ মোককাৰ্থীয়ে এটা আমেৰিকান বিৰোধী কাৰ্যকলাপ সমিতিৰ আগত সম্পূৰ্ণ জাতিটোকেই উপস্থিত কৰিব বুলি দৃঢ় সংকল্প ললে। প্ৰতিদিনেই আমেৰিকান নাগৰিকসকল কমিউনিষ্ট ষড়যন্ত্ৰৰ অভিযোগত অভিযুক্ত হবলৈ ধৰিলে। এই সমিতিয়ে প্ৰচাৰ কাৰ্য্য পৰীক্ষা কৰিবলৈ আৰম্ভ কৰিলে। অদ্ভুত যেন লাগিলেও, নিৰীহ নিমাখিত ধাৰ্মিক আমেৰিকান জেক পিটাৰ্চন— যিজনে জীৱনত কোনোদিনে ৰাজনীতি সম্পৰ্কত অলপো আগ্ৰহী নাছিল, বিপৰীতে কবৰস্থানৰ ব্যৱসায় আৰু ডলাৰৰ অৰ্জনতেই যিজনৰ দেহ মন নিয়োজিত আছিল, অৱশেষত তেৰোঁ এই সমিতিৰ কোপ দৃষ্টিত পৰিল।

এদিন ৰাতিপুৱা তেওঁক পৰীক্ষাৰ বাবে মাতি পঠোৱা হ'ল। তেওঁক অসংখ্য প্ৰশ্ন কৰা হ'ল। উত্তৰত তেওঁ ক'লে, তেওঁ কমিউনিষ্ট পাৰ্টিৰ সদস্য নহয়-কমিউনিষ্ট সকলৰ লগত

তেওঁৰ কোনো সম্পৰ্ক নাই। ৰাচিয়াৰ সম্প্ৰতি ৰাষ্ট্ৰ ব্যৱস্থা তেওঁ বেয়া বুলিয়ে গণ্য কৰে। সমিতিৰ চেয়াৰমেন বয় কাৰ্ণিভাৰে তেতিয়া তেওঁক প্ৰশ্ন কৰিলে, 'উইলট্ৰপ ষ্টিপল জাজক' তুমি চিনি পোৱা নেকি? ক্ষন্তেক পৰ চিন্তা কৰি সামান্য ইতস্ততঃ ভাবে জেক পিটাৰ্চনে ক'লে, 'যিমান দূৰ জানো এনে নামৰ কোনো মানুহক মই চিনি নাপাওঁ।'

'জীবিত নহয়, মৃত। তোমাৰ অন্ত্যেষ্টি অনুষ্ঠানত তেওঁক কবৰ দিয়া হৈছে। চেযাৰমেনে বজ্ৰকঠোৰ মন্তব্য দিলে-চেয়াৰমেনে ৪নং গলি, ২নং প্লট, ১৮নং কবৰ বুলি ক'লে। ১৯৪৩ চনত 'উইলট্ৰপ ষ্টিপলজাজে' চোভিয়েট ইউনিয়নৰ সতে বন্ধুত্বৰ প্ৰয়োজনীয়তাৰ কথা প্ৰকাশ্যভাৱে কৈছিল।'

অভিযুক্তৰ ধাৰণা হ'ল যে তেওঁৰ দেহৰ ছাল কোৰ্ছমোচ খাই গৈছে।

সমুখৰ খোলা ফাইলটোলৈ চাই মিং কাৰ্ণিভাৰে পুনৰ ক'লে আৰু পিটাৰ পলি? তোমাৰ প্ৰতিষ্ঠানতেই তেওঁক কবৰ দিয়া হৈছে। ৭নং গলি, ৩নং প্লট, ১২নং কবৰ। তুমি জানামে মৃত্যুৰ কেইদিনমান আগেয়ে এইজন স্কুল শিক্ষক পিটাৰ পলিয়ে পঞ্চম সংশোধনীত বিশ্বাস কৰি তেওঁৰ তৃতীয় জ্ঞাতিৰ ভাতৃ কমিউনিষ্ট হেৰল্ড ডগলাচৰ বিৰুদ্ধে সাক্ষী দিবলৈ অস্বীকাৰ কৰে আৰু সেইবাবে তেওঁক চাকৰিৰ পৰা বৰ্খাস্ত কৰা হয়।

জেক পিটাৰ্চনে বাধা দিবলৈ যত্ন কৰিলে। কিন্তু চেয়াৰমেনৰ তীক্ষ্ণ দৃষ্টিয়ে সেই চেষ্টা প্ৰত্যাহত কৰিলে 'তুমি কি কব খুজিছা জানো ... হয়তো এনি হাস্কিনক জনা কথাটোও অস্বীকাৰ কৰিব খুজিছা? ২নং গলি, ৬নং প্লট, ৯নং কবৰ। যুদ্ধৰ সময়ত এনি হাস্কিনে ৰেডক্ৰচৰ প্ৰতিনিধি ৰূপে ধনবিত্ত তথা গৰম কাপোৰ ৰাচিয়াৰ মানুহৰ বাবে সংগ্ৰহ কৰিছিল। বেটি ৰীডিঙত তেওঁৰ ঘৰ খানতালাচ কৰি খ্যাতনামা ৰাচিয়ান লেখক চেখভৰ এখন কিতাপ পোৱা গৈছে।

সাম্যবাদী সাহিত্যৰ স্বৰ্গগামী পাঠিকাৰ কবৰৰ সঠিক স্থান নিৰ্দ্ধাৰণ কৰাৰ উদ্দেশ্যে বয় কাৰ্ণিভাৰে ফাইল খুচুৰিবলৈ ধৰিলে। এই অৱকাশৰ সুযোগ গ্ৰহণ কৰি জেক পিটাৰ্চনে আত্ম সমৰ্থনৰ প্ৰতি সচেষ্ট হ'ল।

হে মাননীয় মহাশয়। এই সকলৰ সকলোৱেইতো মোৰ প্ৰতিষ্ঠানৰ মৃত গ্ৰাহক গ্ৰাহিকা। মোৰ অন্ত্যেষ্টি প্ৰতিষ্ঠানৰ লগত সাম্যবাদৰ কি যোগাযোগ থাকিব পাৰে??

'এৰা, প্ৰতিজনেই চমৎকাৰ লোক। চমৎকাৰ প্ৰতিষ্ঠানৰ গ্ৰাহক গ্ৰাহিকা।' এইবুলি কৈ মি° কাৰ্ণিভাৰে খঙতে চিএৰি উঠিল। সেন্দুৰৰ দৰে তেওঁৰ মুখখন ৰঙা পৰিল। 'মৃত ৰাষ্ট্ৰদ্ৰোহীহঁতৰ এটা ঘাটি। শুনা, বহু কমিউনিষ্ট কৰ্মীৰ নাম আমাৰ তালিকাত আছে। চোৰাংচোৱা, সন্ত্ৰাসবাদীহঁতক তুমি কিয় তোমাৰ 'শাশ্বত বিশ্ৰাম উদ্যানত আশ্ৰয় দিছা!'

'কিন্তু সেইসকল দেখোন মৃত।'

মৃত আৰু এতিয়াও বৰ বিপদজনক।

শিলৰ দৰে হৃদয়ৰ চেয়াৰমেনৰ কাষত জেক পিটাৰ্চনৰ মুখৰ মাত হৰিল। তেওঁ আৰু থিয় হৈ থাকিব নোৱাৰিলে। তেওঁ সিদ্ধান্ত ল'লে ৰাজনৈতিক সতীত্ব সম্পৰ্কে তেওঁৰ সৰ্ব্বশেষ আৰু অমোঘ প্ৰামাণ্য সাক্ষ্য প্ৰতিপালন কৰি চেয়াৰমেনক সন্তুষ্ট কৰিব। এখোজ আগবাঢ়ি তেওঁ

জেপৰ পৰা উলিয়ালে বাপৰ আধাৰত সযত্নে ৰখা এখন সুন্দৰকৈ বন্ধোৱা বাইবেল। সেইখনৰ বাকলিৰ ভিতৰত ভৰাই দিলে এহেজাৰ ডলাৰৰ নোট।

বাইবেলখন মি° কৰ্ণিভাৰৰ হাতত দি জেক পিটাৰ্চনে ক'লে, 'মই ঈশ্বৰত বিশ্বাস কৰো আৰু কোনো দিনে নৈৰাজ্যবাদীহঁতৰ লগত এক মত হ'ব নোৱাৰো। বাইবেল হ'ল মোৰ প্ৰাত্যহিক জীৱনৰ পথ-প্ৰদৰ্শক, অনুগ্ৰহ কৰি আপুনি অলপ সময় চাওঁক কেনেকৈ, সম্পূৰ্ণ অনুচ্ছেদবোৰৰ তলত নিজ হাতেৰে আঁচ টানিছো।

চেয়াৰমেনে সুন্দৰ গ্ৰন্থখনৰ পাতবোৰ লুটিয়াবলৈ ধৰিলে আৰু প্ৰেমৰ তথা শান্তিৰ যি সাক্ষী দিয়া হৈছে তেওঁৰ লুব্ধ দৃষ্টিয়ে তত্তালিকে তাৰ মূল্যায়ন কৰি পেলালে। তেওঁৰ কঠোৰ মুখশ্ৰী সলনি হৈ বৰ্হিখিনি শীতল ৰূপ ধাৰণ কৰিলে। সন্মুখৰ স্তূপীকৃত কাগজৰ ওপৰেৰে হাত বুলাই থাকিল।

বৰ আলফুলে তেওঁ বাইবেলখন পিটাৰ্চনৰ হাতত দি ক'লে 'আমি জানো তুমি এজন আদৰ্শবান খৃষ্টান ব্যক্তি, আৰু সেয়েহে তোমাৰ দোষ কিছু পৰিমাণে অৱশ্যে স্খলন হয়। কিন্তু মই অতি গুৰুত্ব সহকাৰে তোমাক সাৱধান কৰি দিবলগীয়া হৈছে যে এতিয়াৰে পৰা তোমাৰ শাশ্বত বিশ্ৰাম উদ্যানত সন্দেহজনক কোনোবা মৃত নাৰী বা পুৰুষক আশ্ৰয় দিব নোৱাৰিবা, মই তোমাক নিৰ্দ্দেশ দিছো যে তোমাৰ কবৰস্থানৰ দুৱাৰ আৰু গলিবোৰৰ পৰা বিজ্ঞাপনৰ ৰঙা চাকিবোৰ গুচাই পেলাব লাগিব। ৰঙৰ প্ৰশ্নত ডিনেটৰিয়েল সমিতিৰ সাম্প্ৰতিক পৰ্যবেক্ষণত ৰঙাটো অন্তৰ্ঘাতী ৰঙ হিচাবে ঘোষণা কৰা হৈছে। কবৰবোৰ গুপ্ত মাইক্ৰফোনেৰে সজাব লাগিব আৰু তোমাৰ অভ্যাগতসকলৰ মাজত কমিউনিষ্ট আৰু আমেৰিকা বিৰোধী কাৰ্য্যকলাপ ধ্বংস কৰাৰ বাবে সাধাৰণ ভাৱে সকলো প্ৰকাৰৰ প্ৰয়োজনীয় সাৱধনতা অৱলম্বন কৰিব লাগিব।

এই নিৰ্দ্দেশখিনি দি উঠি মি° কৰ্ণিভাৰে এখন ডাঙৰ ৰুমালেৰে কপালৰ ঘাম মচি চকীৰ পৰা উঠিল-'আমি স্থিৰ কৰিছো তোমাৰ তিনিমাহ কাৰাদণ্ড স্থগিত কৰাৰ আদেশ দিয়া হব। ফেডাৰেল বুৰো অফ ইনভেষ্টিগেচনৰ সংগঠনসমূহে তোমাৰ বিশ্বস্ততা আৰু ভৱিষ্যত আচৰণৰ ওপৰত নজৰ দিব।'

জেক পিটাৰ্চনৰ ভাগ্য আকাশত নামি আহিল দুৰ্য্যোগ। ৰঙা নিয়ন চাকিবোৰৰ ঠাইত সেউজীয়া, হালধীয়া আৰু নৈশ ক্লাব গুপ্ত মাইক্ৰোফোনে আৱৰি ধৰিলে। একমাত্ৰ মৃত ব্যক্তিসকলক পৰীক্ষা কৰা কামটোৱে হৈ উঠিল বৰ জটিল। কঠিনতম পৰিস্থিতিৰ সতে খাপ খাই চলাৰ বিস্ময়কৰ নৈপুণ্য থকা সত্বেও তেওঁৰ ধাৰণা হ'ল তেওঁ যেন এটা অন্ধ গলিৰ আগত বৈ আছে। বাস্তৱিকতেই অন্ত্যেষ্টিক্ৰিয়াৰ বাবে নিয়োজিত প্ৰতিজন লোকৰ নৈতিক আৰু ৰাজনৈতিক নিৰ্ভৰযোগ্যতাৰ প্ৰমাণ পত্ৰ তেওঁ দাবী কৰিছিল। কিন্তু কেনেকৈ বাৰু তেওঁ নিশ্চিত হব যে কোনো বিপদজনক ব্যক্তিয়ে কৌশলেৰে তেওঁৰ 'শাশ্বত বিশ্ৰাম উদ্যানত' সোমাই তেওঁৰ সতে বিশ্বাস ঘাতকতা নকৰিব? প্ৰতিটো শবদেহ আহি পালেই তেওঁ নিজে পৰীক্ষা কৰি চাইছিল। সদায়ে সন্দেহ কৰিছিল, শৱৰ মাজতেই কোনোবাই হয়তো বিভ্ৰান্ত কমিউনিষ্ট কলঙ্কৰ পৰা মুক্ত নহয়। জীৱিত লোকৰ কথা বতৰা, আচৰণ বিবৰণৰ পৰা...

এটা সম্যক ধাৰণা কৰিব পাৰি। কিন্তু মৃত ব্যক্তিয়ে হয় এটা অতলস্পৰ্শী ৰহস্য, মৃতদেহৰ পিনে চালেই দেখা যায় চকু মুদি নিশ্চল হৈ পৰি আছে। নিশ্বাস নাই, কথা নাই, শৰটোৰ গোটেমৰা মুখৰ সামান্যতম সন্দেহজনক হাঁহিয়ে যেন কব খোজে-'মই এতিয়াও অলপমান হ'লেও আমেৰিকা বিৰোধী কাৰ্য্যকলাপৰ পৰা সম্পূৰ্ণ মুক্ত নহঁও।'

নিজৰ চৌদিশৰ ঘটনাৱাজি আৰু বস্তুবোৰক লৈ জেক পিটাৰ্চন ভীতিগ্ৰস্ত হৈ উঠিল। কোৰিয়াৰ যুদ্ধ আৰম্ভ হ'ল। পাৰমাণৱিকতকৈও নেপাম বেক্‌ট্ৰিঅ'লজিকেল আৰু হাইড্ৰজেন বোমাৰ বৃহৎ অমঙ্গলৰ ছাঁই আকাশ আঁৱৰি ধৰিলে। মনুষ্য ৰক্তৰ অশুচি গোন্ধত বতাহ পঙ্কিল হৈ উঠিল। কিতাপৰ দোকানত সজাই থোৱা কিতাপৰ পৰাও নিগাৰিব ধৰিলে তেজ ঃ নিহত হোৱাৰ আগতেই হত্যা কৰা হ'ল - নিহত সময় - ৰক্তাক্ত ছাঁ। বোলছবি ঘৰৰ সমুখত ৰক্ত ৰঞ্জিত দেৱালৰ লিপি ঃ ছুৰ্টা বিভঙ্গভাৱৰ সঙ্গীত, কবন্ধ, মোৰ হাতত কৰা ৰক্ত চুম্বন। চাৰি আলিত টেলিফোনৰ খুটাবোৰৰ ডিঙিত জৰীৰে ওলোমাই থোৱা নিগ্ৰোসকলৰ দেহ আন্দোলিত হৈছে। ৰক্তাক্ত হিষ্টিৰিয়াত যন্ত্ৰণাবিদ্ধ সমগ্ৰ আমেৰিকা যেন এটা উন্মাদ সাগৰত পৰিণত হ'ল।

সংবাদপত্ৰবোৰে তাৰিৎগতিৰে শুনালে 'ৰঙা, বাদামী, আৰু অৰ্দ্ধবাদামীবোৰৰ ক্ষেত্ৰত সতৰ্ক হওঁক। চোভিয়েট চোৰাংচোৱাই আপোনাক ঘেৰি আছে।' 'ৰাচিযানসকলে ফ্লোৰিডাত অবতৰণৰ প্ৰস্তুতি চলাইছে।' জেক পিটাৰ্চনৰ ভয়টো আগতকৈও বৃদ্ধি পালে। ৰঙা বিপদৰ পৰা কবৰস্থান ৰক্ষা কৰাৰ উদ্দেশ্যে, প্ৰধান ৰক্ষৰ দিনবোৰ আৰু অন্ত্যেষ্টি ক্ৰিয়াৰ দিনবোৰ বাদ দি দৰ্শকসকলৰ বাবে প্ৰবেশ নিষিদ্ধ কৰি দিলে।

আকাশবাণীৰ কেন্দ্ৰবোৰে গৰ্জি উঠিল। 'অনতিপলমে পৰমাণু নিৰোধক দৰৱ আবৰণীৰে নিজক আবৃত কৰক। অহাকালি হয়তো বহুতো পলম হৈ যাব পাৰে।' প্ৰলয়ঙ্কৰ আকস্মিকতাৰ মাজেৰে যিকোনো মুহূৰ্ত্ততে যুদ্ধৰ সম্ভবনা আছে।'

ডিলবি, ডিলবি, আৰামদায়ক পিল ডিলবি সেবন কৰক।

ইতিমধ্যে জেক পিটাৰ্চনৰ ভয় আতঙ্কত পৰিণত হ'ল।

কবৰস্থান খন ৰঙা শব মুক্ত কৰি ৰখাৰ উদ্দেশ্যেৰে তেওঁ স্থিৰ কৰিলে যে কেবল আঠবছৰীয়া শিশু (ইয়াতকৈ অধিক বয়সীয়া কাৰো ওপৰতেই তেওঁৰ বিশ্বাস নাছিল) আৰু তিনিকুৰি বছৰতকৈ অধিক বৃদ্ধসকলকহে কবৰ দিয়া হব। গ্ৰাহকৰ সংখ্যা হ্ৰাস পাবলৈ ধৰিলে। আত্মৰক্ষাৰ তাগিদাত সকলোৱেই শীঘ্ৰে অনুমান কৰিলে যে জেক পিটাৰ্চৰ 'শাশ্বত বিশ্ৰাম উদ্যানত' বিয়পি আছে পুলিচৰ ছাঁ।

জেক পিটাৰ্চনে আৰু শুব নোৱাৰিলে। তেওঁৰ মূৰটো আচন্দ্ৰই কৰিলে, চকু মুখ ৰঙা হৈ পৰিল। তেওঁ পলাব বিচাৰিলে। ৰাতিৰ ভয়ানক সপোনবোৰৰ পৰা নিজকে ৰক্ষা কৰিব বিচাৰিলে। সকলোবোৰ সপোনতে অন্তৰ্ঘাতী চোৰাংচোৱা বিয়পি আছে, কেতিয়াবা ভৰিৰ তলুবাত সুৰ সুৰাই দিয়ে, কেতিয়াবা মুখ ভেঙুচায়, কেতিয়াবা চিকুটি দিয়ে, আকৌ কেতিয়াবা চোকা দাতেঁৰে হঠাৎ কামুৰি দিয়ে। কেতিয়াবা কেতিয়াবা তেওঁৰ ভাব হয়, এই অদ্ভুত জীৱবোৰ লৈ প্ৰকৃততে ফেডাৰেল বুৰো, অফ ইনভেষ্টিগেচনৰ চোৰাংচোৱা— সিহঁতে তেওঁক পুনৰ আমেৰিকা বিৰোধী কাৰ্য্যকলাপৰ সমুখত উপস্থিত কৰাব খুজিছে।

অনাতাঁৰ কেন্দ্ৰৰ পৰা শুবাৰ্ত্তাৰ অসমাপ্ত 'চিম্ফনী' প্ৰচাৰ হব ধৰিছিল। হঠাৎ গান বন্ধ হ'ল। শ্ৰোতা বৃন্দক সাবধান বাণী শুনোৱা হ'ল 'সুবাৰ্ত্তাই যদি কেৱল হ্ৰেচ কোম্পনীৰ ওটমিল খালেহেতেঁন তেন্তে চিম্ফনীটো শেষ কৰিব পৰাকৈ তেওঁ সবল হব পাৰিলেহেতেঁন। হ্ৰেচ ওটমিল খাই সাম্যবাদৰ বিৰুদ্ধে নৃশংস যোদ্ধা হওঁক।'

প্ৰচাৰবেদীৰ পৰা নিৰপেক্ষ ধৰ্ম্মযাজকৰ দৈববাণীৰ কণ্ঠ বাজি উঠিল : 'প্ৰস্তুত হওঁক। মানব জাতিয়ে ইয়াৰ আগতে তাৰ কেতিয়াও অন্তিম দিনটোৰ ইমান কাষ চপা নাছিল।'

জেক পিটাৰ্চনৰ আজি বৰ দুৰবস্থা হ'ল। কবৰস্থানৰ ক্ষয়িষ্ণু দশা। গলিবোৰত গজি উঠিছে ঘাঁহ। সম্ভাবনাপূৰ্ণ আমেৰিকাৰ মাটিৰ আদিবাসী সকলৰ দীঘল দাড়িৰ দৰে কবৰবোৰৰ ওপৰত জোপোহা হ্যবি বননিবোৰ ওলমি পৰিছে। শাশ্বত বিশ্ৰাম উদ্যানৰ নিস্তব্ধতা কেৱল নাইটিঙ্গেলৰ গানতহে ভঙ্গ হয়। কিন্তু শিল্পীৰ গান নাইবা কঠোৰ বন্ধাহীন নীতি নিয়মবোৰে জীবিত নাইবা মৃত কাৰোবে দৃষ্টি আকৰ্ষণ নকৰে। জেক পিটাৰ্চন এইবাৰ ধ্বংসৰ মুখামুখি হ'ল। তেওঁৰ জীৱনৰ প্ৰধান তিনিটা অবলম্বন ঈশ্বৰ, ডলাৰ আৰু বিজ্ঞাপন শিল্প চূৰ্ণ বিচূৰ্ণ হৈ গ'ল। তেওঁ ভাবিলে এটা ভয়ঙ্কৰ অটলস্পৰ্শী গহ্বৰৰ সীমান্তত তেওঁ অকলে বৈ আছে।

ঈশ্বৰ তেওঁৰ প্ৰতি উদাসীন। হাতৰ পৰা নিশেষ হৈ গৈছে সকলো ডলাৰ। বিজ্ঞাপন শিল্পই ৰঙা বিপদ, কমিউনিষ্ট ষড়যন্ত্ৰ, ৰাসায়নিক আক্ৰমণৰ বিৰুদ্ধে সতৰ্ক কৰোতে কৰোতে তেওঁৰ উত্তেজিত মস্তিস্কত আৰম্ভ হ'ল প্ৰবল অগ্নিবৰ্ষণ।

এদিন ডাৱৰীয়া বতৰৰ আবেলি জেক পিটাৰ্চনে হেফাই কেফাই কবৰস্থানত উপস্থিত হ'ল। ৰুক্ষ অবক্ষয়, কাপোৰ কানি ফালি চিৰলা চিৰিল হৈছে। ঘাঁহ বনেৰে আবৰি ধৰা গলিৰে তেওঁ খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে। কোনোবা অদৃশ্য শত্ৰুক খেদিবলৈ হয়তো তেওঁ বাটৰ পৰা শিলগুটি কিছুমান আনি দলিয়াবলৈ ধৰিলে। তাৰ পিছত জেক পিটাৰ্চনে তেওঁৰ খুৰাক হাৰ্ব টেম্বাৰ্চৰ স্মৃতি সৌধৰ কাষতে বহি পৰিল। হঠাৎ কবৰস্থানৰ নিস্তব্ধতা ভঙ্গ কৰি অদ্ভুত কণ্ঠৰে তেওঁ ইয়াকিং ডুডলৰ গান গাবলৈ ধৰিলে। ক্ৰমাৎ বৰঘুণ দিবলৈ ধৰিলে। কোনো দিনে ভ্ৰুক্ষেপ নকৰি জেক পিটাৰ্চনে আপোনমনে গাবলৈ ধৰিলে :

ইয়াকিং ডুডল ঘৰলৈ আহিছে
ক্ষণমানি ঘোঁৰাত উঠি
আহ, হা, মৃত দেহ দেখিছো যিমান
সকলোৰে হ'ল দেখোন ৰঙা.......।
আৰু জীৱনৰ পথ হ'ল কৃত্ৰিমতাৰ .....।

জেক পিটাৰ্চনৰ মুখত দেখা গ'ল এটা বলিয়ালিৰ হাঁহি। তেওঁ সম্পূৰ্ণ উন্মাদ হৈ পৰিছে। ❑

# জন্মিছো এইখন দেশত



এইটো জানো চান্দ্রমাহ? চন্দ্রৰ দেশৰ পৰা গণনা কৰিলে বছৰৰ শেষ মাহ হ'ব। আজি তেইশ তাৰিখ। ক্ৰমশ আগবাঢ়ি আহিছে ড্ৰেগনৰ বছৰ...............। ক্ৰমশঃ ঠিক এই সময়তে প্ৰাদেশিক পত্ৰিকাৰ প্ৰধান সম্পদক দীনে মোক ক'লে 'সিও ডুঅকলৈ যোৱাৰ বিষয়ে কি কৰিলে বাৰু? সেই ঠাইৰ সুৰক্ষিত এলেকাটো ধ্বংস হৈ গৈছে। শত্ৰুৰ হাতৰ পৰা তাৰ মানুহবোৰ মুক্ত হৈছে। তেওঁলোকৰ সংগ্ৰামৰ ওপৰত ভিত্তি কৰি আপুনি গল্প এটা লিখাটো জৰুৰী। মুক্তিৰ ঠিক পিছতেই এইবাৰ নৱবৰ্ষৰ এটা বিশেষ মূল্য আছে। ইয়াৰ লগতে নাওঁখনৰ লেঠাটোও মাৰি পেলাব লাগিব।'

মই সম্মতি জনাই কলো, 'হ'ব বাৰু মই নিশ্চয় যাম।'

পিছ দিনাই প্ৰস্তুত হৈ ললো।

মনৰ মাজত সোমাই আছে কিমান আশা আৰু কল্পনা! সিও-ডুঅক তেন্তে সচাঁকৈ অবশেষত মুক্ত হ'ল। কত পুৰণি চিনাকি মুখৰ সতে আকৌ দেখা হ'ব। বহু বছৰ একেলগে যুদ্ধ কৰাৰ সময়ত কত মানুহৰ সতে যে পৰিচয় হৈছিল ভাবিলেই মন ভৰি উঠে। কত প্ৰৌঢ়, যুৱক-যুৱতী। আগৰ কত ঘটনাই, কত ছবিয়ে যে মনৰ মাজত দোলা দি যায়। তাত উপস্থিত হৈয়েই স্মৃতি সঁফুৰা মেলি দিম। স্পষ্টভাৱে দেখা পাইছো - শত্ৰুবোৰেই কটা গছৰ পৰা বোজা তৈয়াৰ কৰি সন্ধিয়া পৰত মেল মাৰি মাৰি ঘৰলৈ উভতিছে। কৃষিজীৱি মানুহবোৰে। সুৰক্ষিত

এলেকাৰ চাৰিওদিশৰ মাটিৰ দেবাল খহি পৰিছে— খহি মাটিৰ সতে মিলি গৈছে। মুঠি মুঠি কাটা তাঁৰৰ জট আৰু নৈৰ বুকুত বঠাৰ শব্দ শুনা গৈছে ছলাং ছলাং ... .. ...। এই ৰূপবোৰ বাদ দি আমাৰ স্বাধীনতাৰ সঁচা ৰূপটোৰ কথা জানো বৰ্ণনা কৰিব নোৱাৰি? ওহো, কেতিয়াও নোৱাৰি।

এৰা, সেই নাওখনৰ কথা নহয়নে? সেয়া এক পুৰণি গীতি কাব্যই বুলি কব পাৰি। এই নাওঁখনৰ বিষয়টো মাজে মাজে মই ভাবিছো। সৌ তাহানিতে ডুঅকৰ অধিবাসীসকলৰ পৰা ধাৰ কৰি লৈ আহিছিলো নাওখন। আজিলৈকে সেইখন উভতাই দিয়াৰ সুযোগ পোৱা নাই।

সিও ডুঅকৰ অৱস্থা সেই বছৰ বৰ শোচনীয় আছিল। সেই বিশেষ এলেকাতেই আমি উপস্থিত আছিলো। কিন্তু শত্ৰুৰ পক্ষই যেতিয়া 'গ্ৰাম্য প্ৰতিৰক্ষা বাহিনী' নামেৰে দালাল গোষ্ঠী এটা গঢ়ি লৈ ভিয়েটকংহঁতক ধৰাৰ বাবে ইচ্ছানুযায়ী কামকাজ আৰম্ভ কৰিলে, তেতিয়া আৰু তাত থকাটো উচিত নহব বুলিয়ে ভাবিলো। সেই এলেকা এৰি আমি হাবিৰ মাজতে গৈ আশ্ৰয় লব লগা হ'ল। লগত এটা পুৰণি ৰেডিঅ' আৰু এটা পুৰণি মিমিওগ্ৰাফ, যিটো ছপাৰ কামত লগা হৈছিল। খাদ্য বুলিবলৈ তেতিয়া মাত্ৰ আছিল 'ভপ' অৰ্থাৎ লক লক খালত শামুকৰ দৰে এক শ্ৰেণীৰ প্ৰাণী পোৱা গৈছিল। তাৰেই তৈয়াৰ হৈছিল আমাৰ খাদ্য। গোটেই দিনটোত ৰেডিঅ'ৰ পৰা খবৰ সংগ্ৰহ কৰি নোট কৰা আৰু সেইবোৰ ছপোৱাৰ ব্যৱস্থা কৰা এই দুটা কামতেই দিনটো পাৰ হৈ যায়।

পাঁচ ছয় মাহৰ অন্তত অৰ্থাৎ তেতিয়া বোধকৰো উনষাঠিৰ দ্বাদশ চান্দ্ৰমাহ হব। এনেতে খবৰ আহিল যে আমি এটা প্ৰকাশনী সংগঠন আন ঠাইত আৰম্ভ কৰিব লাগে। আগতেই ঠিক কৰা এটা নিৰ্দ্দিষ্ট ৰাতি আমাক লৈ যোৱাৰ বাবে এখন নাওঁ নদীৰ পাৰত অপেক্ষা কৰি থাকিব। সেয়ে লগত থকা বস্তু বাহানি খিনি কান্ধত লৈ বাওনা হলো। হাবিৰ ভিতৰৰ বোকা পানীৰে ভৰা পথ। কোনোপধ্যে খোজ কাঢ়ি আহি আহি নৈৰ পাৰৰ সেই নিৰ্দ্দিষ্ট ঠাইডোখৰৰ ওচৰৰ এখন হাবিৰ কাষত উপস্থিত হলোহি। ইয়াৰ পিছত অপেক্ষা কৰাৰ বাদে আমাৰ আন কাম নাছিল। নিৰ্দ্দিষ্ট সময়ৰ পিছতো এঘন্টা অতিক্ৰম গ'ল কিন্তু নাওঁ দেখা নগল। বৰ চিন্তাত পৰিলো— কাৰণ নদীপথৰ অবিহনে গন্তব্যস্থানলৈ যোৱাৰ অন্য কোনো পথ নাই। আনহাতে কামটোও বৰ জৰুৰী আছিল।

সেইদিনা আছিল চান্দ্ৰমাহ। চান্দ্ৰ নৱবৰ্ষৰ ঠিক আগ ৰাতি। বৰ ব্যগ্ৰতাৰে নদীৰ চৌদিশে নাওখন বিচাৰিলো। কিজানি আমাৰ চকুৰেই ভুল হৈছে? ওহো, নাওখন ক'তো দেখা নাপালো। অৱশেষত দীনে ক'লে, 'নিশ্চয় কিবা সমস্যাৰ উদ্ভৱ হৈছে নহলে আমাৰ সতীৰ্থ সকল নহাকৈ নাথাকে, নাওঁখন থিয়ে লৈ অহাৰ কথা আছিল তেওঁৰ কথাই ভাবিছো। কিবা বিপদ ঘটিবও পাৰে.......... যি কি নহওক আৰু কিছু পৰ অপেক্ষা কৰা যাওঁক।'

ক্ৰমাৎ ধীৰে ধীৰে নামি আহিল ঘন কুঁৱলী আৰু ঠাণ্ডা। নিস্তব্ধ জনপ্ৰাণহীন এই ঠাইত ইমান এন্ধাৰ যে নিজৰ হাতখনো দেখা নাযায়। চিগাৰেট এটা হুপিবলৈ বৰ মন গ'ল। কিন্তু জুই জ্বলোৱাৰ অৱস্থা তেতিয়া নাই অন্তত জুই জ্বলোৱাটো নিৰাপদ নহয়। আনকি মহে কামুৰিলেও এৰেৰা কৰিব নোৱাৰি। আমাৰ দৃষ্টি একমাত্ৰ নদীৰ ফালে আছিল।

ক্ষন্তেক পিছত দীনে ক'লে, এলেকাৰ অন্য কাৰোবাৰ নাওঁ এখনৰ ব্যৱস্থা কৰিলে কেনে হব? মনতে ভাবিলো ইয়াৰ বাদে আন কোনো উপায়ো নাই। মূৰ দুপিয়াই সম্মতি প্ৰদান কৰিলো। দীনে কিন্তু সাবধান কৰি দিলে 'গ্ৰেপ্তাৰ নতুবা মৃত্যুৰ সময় এতিয়া নহয় কিন্তু!'

হাতৰ মুঠিত দৃঢ়ভাবে এটা গ্ৰেনেড চেপি ধৰি হাবিৰ পৰা ওলাই আহিলো। মনে মনে ভাবিলো কাৰ কাষলৈ বাৰু যাওঁ? সৰ্ব্ব প্ৰথম মনলৈ আহিল টম খুৰাৰ কথা। নিদাৰুণ সংকটৰ সময়তো বিপ্লবৰ প্ৰতি তেওঁৰ আস্থা দেখি আমি বৰ অবাক হৈছিলো। সিও ডুঅকত টম খুৰাই একমাত্ৰ ব্যক্তি যিজনে পুৰণি কৌশলেৰে দীঘলকৈ চুলি ৰাখিছে। সত্তৰ বছৰীয়া বৃদ্ধ হলেও এতিয়াও গাত যুবকৰ শক্তি বিৰাজমান। তেতিয়াও এই অঞ্চলৰ নাম সিওডুঅক হোৱা নাই। তাৰ বহু আগতেই টম খুৰাই ইয়ালৈ আহি এটা জুপুৰী ঘৰ সাজিছিল। তেতিয়া প্ৰায়ে টম খুৰাৰ জুপুৰীঘৰটোত সোমাইছিল বনৰীয়া গাহৰিৰ দল। বাঘৰ উৎপাতো হৈছিল আৰু আছিল এক বিশেষ ধৰণৰ পক্ষী যিবোৰ বাঘৰ পিছে পিছে উৰি ফুৰিছিল আৰু অদ্ভুত ধৰণে চিঞৰি ফুৰে ...বুং.... . . . .বং.... ...ক্ৰোয়া. .......... ...ক্ৰোয়া ......... টম খুৰা আছিল এই অঞ্চলৰ জীৱন্ত ইতিহাস তদুপৰি টম খুৰা আছিল এজন সুদক্ষ চিকাৰী— গোন্ধ শুঙি চোৱাৰ এক আশ্চৰ্য ক্ষমতা আছিল. ..... ...। পুৱা নদীৰ পানী শুঙি চায়েই তেওঁ কব পাৰে ৰাতি কোনো গাহৰি নাইবা অন্য কোনো প্ৰাণীয়ে পানী খাবলৈ আহিছিল নে নাই.... ......। টম খুৰাৰ কথা কলেই মনলৈ ভাঁহি আহে কেইখনমান পৰিচিত চিত্ৰ— ডাঠ হাবি, গৰাণ গছৰ বন্যভূমি, সমূদ্ৰৰ ফেনিল ঢৌ আৰু উবৰ্বৰা মাটিৰ বিস্তীৰ্ণ এলেকা।

নাওৰ ঘাট পাওঁতেই চকুত পৰিল এখন বান্ধি ৰখা নাওঁ। বঠাবোৰ ঠিকেই আছে। টম খুৰাৰ ঘৰলৈ আগবাঢ়োতেই কুকুৰৰ ভুক ভুকনি শুনা পালো। তাৰ পিছত কেইটামান দ্ৰুত কদমৰ শব্দ আৰু এক কণ্ঠস্বৰ 'কোন? কোন বাৰু?'

চেপা কণ্ঠৰে উত্তৰ দিলো 'মই'। মোক দেখা মাত্ৰকে টম খুৰাই সেই এন্ধাৰতে মোক সাবটি ধৰিলে। তেওঁৰ পৰাই শুনিলো যে এটা দালাল 'গ্ৰাম্য প্ৰতিৰক্ষা বাহিনীতে' টহল দি আছে। আমাৰ সমস্যাটো জনাই নাওঁখন ধাৰলৈ খুজিলো। একেবাৰতে তেওঁ মান্তি হ'ল।

নাওত উঠি দেখিলো যে এনেয়ে বৈ থকা নাই— একেবাৰে লোৰ শিকলিৰে বন্ধা। শিকলিডালত টান দিওঁতেই কৰ কৰ শব্দৰে প্ৰতিবাদ কৰি উঠিলা সেই মুহুৰ্ত্তেই শুনা পালো কেইটামান অস্থিৰ কদমৰ শব্দ আৰু লগে লগে টম খুৰাৰ কাঁহৰ শব্দ। বিপদৰ সঙ্কেত পাই শিকলিডাল টানকৈ ধৰি যথা সম্ভৱ উশাহ বন্ধ কৰি বহি থাকিলো, যাতে নিশ্বাসৰ কোনো শব্দ নহয়। বুকুৰ ঢপঢপনি ক্ৰমাৎ বাঢ়ি গ'ল। গ্ৰাম্য প্ৰতিৰক্ষা বাহিনীৰ মানুহবোৰ গুছি যোৱাত যথাসম্ভৱ শব্দ নকৰাকৈ নাওঁৰ শিকলিৰ বান্ধ খোলাত সফল হলো। তাৰ পিছত নাও মেলি দিলো। বঠা মাৰিলো সেইটো দিশলৈ য'ত দীনে অপেক্ষা কৰি আছে। সেই ৰাতিটো দ্বাদশ চন্দ্ৰমাৰ শেষ ৰাতি, নৱবৰ্ষৰ ঠিক শেষৰ ৰাতি। টম খুৰাৰ নাওখনে মোক আৰু দীনক লৈ সিওডুঅকৰ মাটিক বিদায় জনালে। মাজ পথত ৰচীৰ প্ৰয়োজন হোৱাত নাওৰ আসনৰ তক্তা দাঙি ৰচী বিচাৰিবলৈ ধৰিলো। ৰচীৰ সলনি পালো দেশী চাউলেৰে তৈয়াৰী পিঠা আৰু দুই পেকেট ভাল চাহ। পিঠাবোৰ তেতিয়াও গৰম হৈ থকাত গম পালো কিছু সময়ৰ আগতেই

তৈয়াৰ কৰিছিল। অলপ আচৰিত হলো। মনতে ভাবিলো টম খুৰাই কোনোবা আত্মীয় স্বজনলৈ পঠাবৰ বাবে এইবোৰ থৈছিল নেকি?

সেই দিনাৰ পিছত নাওঁখন আৰু ঘূৰাই দিয়া সম্ভব হোৱা নাই। শত্ৰুৰ আক্ৰমণৰ বিৰুদ্ধে আঞ্চলিক অভ্যুত্থানৰ প্ৰস্তুতি চলাওতেই অধিক সময় পাৰ হৈ গ'ল। আনহাতে সিওডুঅক এলেকাটো আৰু অধিক পৰিমাণে শত্ৰুৰ নিয়ন্ত্ৰণলৈ গুছি গ'ল। চাৰিওফালে সিহঁতে আৰু কেইটামান ঘাটি তৈয়াৰ কৰিলে। ফলত সিওডুঅক গাওঁক কেন্দ্ৰ কৰি কিছু অঞ্চল শত্ৰু পক্ষৰ 'তথা কথিত' সুৰক্ষিত এলেকালৈ পৰিণত হ'ল।

তাৰ পিছত দীৰ্ঘদিন পাৰ হৈ গৈছে। ইমান দিনৰ পিছত আকৌ সেই প্ৰিয় সিও ডুঅকলৈ গৈছো। ঘটনা ক্ৰমে ঠিক নৱবৰ্ষৰ আগদিনাই সেই ঠাইত উপস্থিত হ'লো।

এইবাৰ দেখা পালো সকলোফালে আনন্দৰ জোৱাৰ। নদীৰ পাৰত গাওঁৰ ছোৱালীবোৰে বাচন বৰ্ত্তন ধুইছে, সিহঁতৰ কথা বাৰ্ত্তা, হাঁহি স্ফুৰ্তিৰ মাজত এক নতুন পৰিবৰ্ত্তন লক্ষ্য কৰিলো। সৰু সৰু দলত ল'ৰা-ছোৱালীবোৰে গান- গাইছে খেলা-ধূলা কৰিছে আৰু ঘূৰি ফুৰিছে।

সন্ধিয়া হ'ল। গধূলিৰ শেষ কিৰণত জুপুৰী ঘৰবোৰৰ মাজত জাঁতকলত চাউল গুড়ি কৰাৰ ব্যস্ততা। ঘৰৰ ফাকেঁৰে ধোঁৱা ওলাইছে আৰু ক্ৰমাৎ আকাশৰ দিশে ধাবিত হৈছে। যোৱাবাৰৰ দৰে কাটা তাঁৰ ক'তো পৰি থকা নাই। গাওঁৰ চাৰিওফালে সেই তাঁৰেৰে বেৰ দিয়া হৈছে। অবশ্যে পুৰণি মাটিৰ দেৱাল ঠিকেই আছে। নদীৰ পাৰত লিখি থোৱা এবাৰ বাক্যলৈ চকু গ'ল 'আমাৰ গাওঁ ৰক্ষা কৰিবলৈ আমি দৃঢ় প্ৰতিজ্ঞ।' ভাবিলো, সেই সুৰক্ষিত এলেকা আজি সম্পূৰ্ণ বিপৰীত ৰূপে ব্যবহৃত হৈছে।

ক্ৰমাৎ ৰাতি হ'ল। ৰান্ধনি ঘৰৰ বেৰত জুহালৰ জুইৰ শিখাই নাচিছে। নিশ্চয় নৱাম্ন উৎসৱৰ বাবে দেশী চাউলেৰে পুলি-পিঠা বনোৱা প্ৰায়বোৰ ঘৰতে শেষ হৈছে।

ঘন অন্ধকাৰ। কিন্তু টম খুৰাৰ সেই ঘৰটো চিনি পোৱাত কোনো অসুবিধা নহল। নদীৰ পাৰত এখন মাটিৰ প্ৰচীৰ তৈয়াৰ হৈছে। সেই প্ৰাচীৰত চাৰিটা ফুটা, যাতে বন্দুকৰ নল সুমুৱাই গুলী চলাব পাৰে। কাঁটা তাঁৰৰ বেৰৰ মাজতো কেতবোৰ ফাঁক আছে। নাওঁখন ঘাটলৈ নিলো। লোহাৰ শিকলিৰে নাওঁখন বান্ধিবলৈ লওঁতেই ঝনঝন শব্দ উঠিল। অবশ্যে মই কাণ নিদিলো। শব্দ শুনি হয়তো টম খুৰাই বুজিব পাৰিব অতিথি আহিছে, এতিয়াতো বিপদৰ কোনো সম্ভাৱনা নাই। এতিয়াতো স্বাধীনতা, মুক্তি। অনুভূতিৰে উপলব্ধি কৰাৰ এক পৰিপূৰ্ণ বোধ। অন্ধাকাৰত লৌহ শিকলিৰ ঝন ঝন শব্দ যেন এই অনুভূতিৰেই প্ৰকাশ। আগতে যিটো ৰাস্তাত শত্ৰুপক্ষই টহল দি ফুৰিছিল সেই ৰাস্তাৰেই টম খুৰাৰ ঘৰলৈ আগুৱালো। অনুভৱ কৰিলো স্বাধীনতাৰ গভীৰ সোৱাদ।

টম খুৰাৰ সন্তানি প্ৰথমে দেখা পালো হাইকানক। হাইকান টম খুৰাৰ পুত্ৰ। কেইজনমান গৰিলা যোদ্ধাৰ সৈতে বহি তেওঁ ৰাতিৰ আহাৰ খাইছে। কাষত তেওঁলোকৰ বন্দুকবোৰ আওজাই থোৱা আছে।

ঘৰলৈ সোমাওঁতে মোৰ ফালে সকলোৱে চালে। কিন্তু কোনোৱে মোক চিনি নাপালে। হঠাৎ হাইকানে চিএঁৰি উঠি মোক সাবটি ধৰিলে। তাৰ পিছত কিছুপৰ অবাক দৃষ্টিৰে মোলৈ

চাই থাকিল। অস্ফুট স্বৰেৰে ক'লে 'হাৰে, তুমি দেখোন? ক'ৰ পৰা ওলালা?

'এৰা, হাই, মই।'

সিও ডুঅক এৰি যোৱা কিমান বছৰ হ'ল তোমাৰ? ইমান দিনে ক'ত আছিলা?

'বহু ঠাইত। তোমালোক সকলোৱে কেনে আছা? টম খুৱাক যে দেখা নাই।'

'দেউতা... ..... ..........হাইকানৰ ডিঙিত যেন কথা লাগি ধৰিলে। তাৰ পিছত ক'লে 'দেউতা ঢুকাল।'

মই একেবাৰে নিশ্চুপ হৈ পৰিলোঁ— মোৰ বাক ৰুদ্ধ হ'ল। হাইকানে কোনো কথা নকৈ মোক হাতত ধৰি বিচনাতে বহুৱাই দিলে। তেতিয়াই এজন গৰিলাই ক'লে 'পুৰণি দিনৰ কথা পিছত কব' এতিয়া কিছু খোৱা বোৱা কৰা যাওঁক।

বহাৰ পিছত সকলোকে লাহে ধীৰে চিনিব পাৰিলো। যিজন গৰিলাই এইমাত্র মাত দিছিল তেওঁৰ নাম টং দুয়ং। শত্রুৰ গ্রাম্য প্রতিৰক্ষা বাহিনীৰ আগতে সদস্য আছিল। এবাৰ আমাৰ ঘাটি আক্রান্ত হোৱাত তেওঁ ছিটিকি আহি আমাৰ ট্রেঞ্চত হাম খুৰি খাই পৰি সাবধান কৰি দিছিল 'অতি সাবধানে থাকক, নহলে নিজকে চম্ভালিব নোৱাৰিব।' অন্যান্যবোৰকো ক্রমাৎ চিনি পালো। এওঁলোকে এবাৰ আমাক মাৰিবলৈ আহিছিল মানুহক দেখুৱাই। আচলতে এওঁলোকে তেতিয়া সুন্দৰ দেহৰক্ষীৰ কাম কৰিছিল। সেই সময়ত দমন পীডনৰ কবলত গোটেই গাওঁ ডুব গৈছিল। এতিয়া এই গাওঁখনে যুজাৰু গাওঁৰূপে বিখ্যাত। সেই সময়ত শত্রু পক্ষৰ মাজত লুকুৱাই থকা আমাৰ গৰিলা বাহিনীয়েই এই গাওঁক ৰক্ষা কৰিছিল।

সিও ডুঅকৰ দেশী মদ আগৰ দৰে সৰস আৰু আনন্দদায়ক। তেওঁলোকে মোক এগিলাচ মদ দিলে। গিলাচৰ তলিৰ পৰা উঠি অহা বুৰ বুৰণিলৈ চাই থাকি টম খুৰাৰ চিন্তাত বুৰ গলো। খুৰাৰ কথা ভাবি বৰ দুখ লাগিল। কেনেকৈ তেওঁ ঢুকাল, এতিয়াও জানিব পৰা নাই। কোনোবা এজনে ক'লে প্রথমে পানীয়খিনি শেষ কৰক।

মাজে মাজে চুপি চুপি এঢোক দুঢোককৈ খাইছিলো। গিলাচ খালী হওঁতেই তেওঁলোক আকৌ পানীয় দিব খুজিলে। মই নালাগে বুলি বাধা দিলো। 'এয়ে যথেষ্ট।' মই আকৌ যাব লাগিব।

'কলৈ? এতিয়াতো টেট উৎসৱ আৰম্ভ হৈছে। আজি চান্দ্র নব বৰ্ষ। উৎসৱৰ আৰম্ভনিণতেই এতিয়া আপুনি কলৈ যায়?'

হাইকানে অনুৰোধ কৰিলে 'ৰাতিটো ইযাতে থাকা।' তোমাক সকলো কথা লাহে ধীৰে কম।

মদৰ পৰ্ব্ব ইতিমধ্যে শেষ হ'ল। কিছুপৰৰ পিছত গৰিলা সকলে তেওঁলোকৰ বন্দুক লৈ ঘৰৰ পৰা ওলাল। হাইকানৰ ঘৈণীয়েকে কিছু খোৱা বস্তু বান্ধি দি ক'লে 'মহিলা সমিতিৰ এখন মেল আছে। মই তালৈ যাব লাগিব। কালিৰ কাম কাজৰ বিষযে আলোচনা হব। খোৱা বোৱাৰ বাবে যি আছে আপোনালোকৰ কাষতেই থৈ গলো। মুক্তি বাহিনীৰ কোনোবা আহিলে ভালকৈ খুৱাই পঠাব। ৰান্ধনি ঘৰতো আৰু কিছু খোৱা বস্তু আছে।'

হাইক তেওঁৰ দেউতাকৰ কথা পুনৰ সুধিলো। ভালেমান পৰ তেওঁৰ নীৰৱে থাকিল।

তাৰ পিছত লাহে ধীৰে কৈ গ'ল 'যিদিনা ৰাতি তুমি নাওঁ বিচাৰি আহিছিলা সেইদিনা দেউতাই মনে মনে ঠিক কৰি ৰাখিছিল যে টেট উৎসৱত নতুন বছৰৰ ঠিক আগৰ ৰাতিয়েই তোমালোকৰ বাবে কিছু পিঠা আৰু চাহ দি আহিব। মোৰ পত্নীয়ে সেই পিঠাবোৰ তৈয়াৰ কৰিছিল। গৰম গৰম কিছু পিঠা দেউতাই নাওৰ তক্তাৰ তলত থৈছিল। তাৰ লগত চাহপাত। কিন্তু সেইদিনা প্ৰায় সকলো সময়তে প্ৰতিৰক্ষা বাহিনীৰ টহল দি ফুৰাবোৰে অহা যোৱা কৰি আছিল। ফলত দেউতাই শেষ পৰ্যন্ত যাব নোৱাৰিলে।

'হয় নেকি? মই সেই ৰাতিটোৰ কথা ভাবি বৰ অবাক হ'লো। টম খুৰাই তেন্তে সেইবোৰ আমাৰ বাবেই থৈছিল। অস্ফুট স্বৰেৰে ক'লো— পিঠাবোৰ তেতিয়াওঁ গৰম হৈয়ে আছিল। আমাৰেই ভুল হৈছিল........আজি..........আজি..........

কি হ'ল?

'আমি সেই নাওখন আজি ঘূৰাই লৈ আহিছো।'

হাইয়ে একো নকলে। অলপ পিছত তেওঁ মোৰ পিনে চালে। দেখিলো চকুলোৰে তেওঁৰ চকু দুটা ৰঙা পৰিছে। নাওৰ কাষলৈ নগৈ তেওঁ আকৌ ক'লে 'দেউতা যোৱা বছৰ ঢুকাল। ভেৰাৰ পালৰ দৰে আমাৰ সকলোকেই তেতিয়া সেই তথাকথিত সুৰক্ষিত এলেকাত সোমোৱাৰ বাবে প্ৰচণ্ড দমন পীড়ন চলাইছিল। অবশ্যে অত্যাচাৰ যিমানেই নচলাওক কিয় সেই এলেকালৈ যাবলৈ কোনোৱে মান্তি নহল। আমাৰ ঘৰটো এই এলেকাৰ একেবাৰে সন্মুখত থকা বাবে সিহঁতৰ সৈন্যবোৰে আমাৰ ঘৰত প্ৰথমেই প্ৰবেশ কৰিছিল আৰু দেউতাই প্ৰতিবাৰেই সেই এলেকালৈ নোযোৱাৰ এটি নহয় এটি কাৰণ দেখুৱাই আছিল। আমাক মাত্ৰ কৈছিল 'তোমালোকে ভাগি নপৰিবা' নহলে তোমালোকক দেখি আনবোৰেও ভাগি পৰিব।' আমি নোহোৱা বাবে আনবোৰেও যাবলৈ মান্তি নহল। তেওঁলোকৰ সৈন্যসকলে প্ৰতিদিনৰ এনেধৰণৰ কাৰ্য্যত বিৰক্ত হৈ উঠিল। তেওঁলোক যেতিয়া প্ৰথমবাৰ আহিছিল দেউতাই কৈছিল সকলোৰে দৰে মযো মোৰ মাটি ভেটি এৰি কলৈকো যাবলৈ নিবিচাৰো। মোৰ এইখন জন্মভূমি। ইয়াতেই মই জন্মিছো। কেনেকৈ মই এই ঠাই ত্যাগ কৰিম? জোৰ নকৰিবা, মই নাযাওঁ। পিছৰ বাৰ তেওঁলোকে ভয় দেখুৱাবলৈ ধৰিলে। ঘৰ এৰি নগলে ঘৰবাৰী সকলো ভাঙি পেলাব। তাকে শুনি দেউতাই ধান দোৱা কাঁচিখন ঘৰৰ ঠিক মাজতে থৈ ক'লে, 'চোৱা মই স্পষ্টভাবে কৈছো তোমালোক আটাইবোৰ মোৰ সৰু ভাইৰ লেখীয়া। কিন্তু তোমালোকৰ কোনোবাই যদি মোৰ ঘৰৰ কোনো এটা বস্তুতে হাত দিয়াৰ অলপো সাহস আছে তেন্তে আগবাঢ়ি আহা। তাক মই টুকুৰা টুকুৰকৈ কাটি পেলাম। বীৰৰ শক্তিশালী কণ্ঠৰে দেউতাই কথাবোৰ কৈছিল। সৰু ভাই বুলি সম্বোধন কৰোতে তেওঁ অলপো অস্বস্তিবোধ কৰা নাছিল। দেউতাৰ সেই ভয়ঙ্কৰ ৰূপ দেখি সৈন্যসকলে তেতিয়া একো কৰিবলৈ যেন সাহস নাপালে। তেওঁলোকে বাহিৰলৈ গৈ কাষৰ ঘৰত আক্ৰমণ কৰাৰ চেষ্টা কৰিলে। সাউ নামৰ বিধবা এগৰাকী আছিল সেই ঘৰত। তেওঁৰো যাবলৈ মান্তি নহল। সৈন্যবোৰে ভয় দেখুওৱাত তাই সৰু ল'ৰাটোক সাবটি ধৰি ঘৰৰ মাজত বহি ক'লে, 'তেতিয়া হ'লে আমাক এই ঘৰৰ সতেই জ্বলাই দিয়া।'

যিজন সৈন্যাই হাতত জুই লৈ বৰ বীৰত্বৰে আহিছিল এইবোৰ দেখি খন্তত হিতাহিত

জ্ঞান হেৰুৱাই জোৰডাল দলিয়াই দিলে। সংডক এলেকাৰ প্ৰধান জিলা বিষয়াজনে সকলো কথা শুনি খঙত অগ্নিশৰ্মা হ'ল। সিও ডুঅকৰ তৎকালীন কমণ্ডাৰজনক তেওঁ তৎক্ষণাত বৰখাস্ত কৰিলে আৰু তেওঁৰ ঠাইত নিয়োগ কৰিলে এজন বৰ হিংস্ৰ প্ৰকৃতিৰ লোক— তেওঁৰ নাম ডম। তেওঁ ইয়ালৈ আহি সকলোবোৰ দেখি শুনি বুজিলে যে আমাক যদি বশ কৰিব নোৱাৰে তেন্তে তেওঁৰো নিস্তাৰ নাই।

পিছদিনাই তেওঁ এদল সৈন্য লৈ আমাৰ গাওঁত উৎপাত কৰিবলৈ আহিল। দেউতাই কিন্তু এইখন বিচনাত বহিযেই অপেক্ষা কৰি থাকিল। ডম অতি হিংস্ৰ প্ৰকৃতিৰ মানুহ বুলি শুনিছিলো। সেইবাবেই এখন ধাৰ থকা কোৰ দুবাৰৰ চুকত লুকুৱাই থৈ দেউতাৰ কাষত আহি ৰলোহি। আমাৰ ধাৰণা সঠিক আছিল। প্ৰথমে তেওঁলোক আমাৰ ঘৰত সোমাল। চোতালত ভৰি থৈয়েই পিস্তলৰ পৰা ডমে গুলী এৰিলে। তাৰ পিছত চিৎকাৰ কৰি ক'লে 'এই ঘৰৰ মালিক কোন?'

দেউতাই ধীৰ কণ্ঠৰে ক'লে 'মই।'

ডম ভিতৰত সোমাল। মোক আৰু দেউতাক মূৰৰ পৰা ভৰিলৈ তীক্ষ্ণভাবে নিৰীক্ষণ কৰি পিস্তল টোৱাই সুধিলে 'এৰা, তইঁতেই সেই হাড় জ্বলোৱা মানুহ নহয়? জাননে মই কিয় ইয়ালৈ আহিছো?'

'জানো। তেন্তে এক মিনিট অপেক্ষা কৰা।' এইবুলি কৈ দেউতাই আলমাৰীৰ কাষলৈ গ'ল। সহজেই কাৰ্য্যোদ্ধাৰ হোৱা বুলি ভাবি ডম অলপ নিশ্চিন্ত হৈ বিচনাত বহিল। এটা চিগাৰেট জ্বলাই ক'লে 'ভাল বাৰু! বস্তু বাহনি যোগাৰ কৰি ল। নাওঁ আছেনে?'

'আছে।'

দেউতাই কিন্তু বস্তু বাহানি যোগাৰ কৰা নাছিল অথবা নাওঁৰ বাবে ব্যস্ত নহল। পূৰ্ব্ব পুৰুষৰ মৃত্যু কাৰ্যকাৰী দিনবোৰত যি কলা ছিৰুৰ হলৌ চোলা পিন্ধে দেউতাই আলমাৰীৰ পৰা সেইটো উলিয়ালে। বৰ শান্ত ভাবে সেইটো পিন্ধিলে— প্ৰতিটো ভাজ  ঠিক কৰি ল'লে। তেওঁৰ অবিন্যস্ত দীঘল চুলিখিনি মেলি ভালদৰে ফণীয়ালে। সৈন্যবোৰে অবাক হৈ চাই থাকিল। কিন্তু দেউতাৰ সেইফালে অলপো কাণসাৰ নাই। অতি মনোযোগেৰে তেওঁ নিজৰ কাম কৰি গ'ল। সাজ-পোচাক কৰা শেষ হোৱাত কেইডালমান ধূপকাঠি উলিয়াই মোক ক'লে, 'সমাধি বেদীৰ ওপৰত চাকি জ্বলোৱা।'

মই চমকি উঠিলো। গোটেই দেহত তেজৰ সোঁত হৈ গ'ল। ভিতৰি ভিতৰি অতিশয় উত্তেজিত হৈ পৰিলো। কিন্তু দেউতাৰ কথা মতে তেওঁৰ আদেশ পালন কৰি থাকোতে দেখা পালো মোৰ হাত কঁপিছে। ধূপ জ্বলাই দেউতাই বেদীৰ কাষত আঁঠু কাঢ়িলে। তাৰ পিছত মান্ত্ৰোচ্চাৰণৰ দৰে কথা কবলৈ ধৰিলে 'হে মোৰ পূৰ্ব্ব পুৰুষ আৰু বিপ্লৱৰ অমৰ শ্বহীদ! তোমালোক আমাৰ পূৰ্ব্বপুৰুষ আৰু বিপ্লৱেই আমাক এই মাটি দিছে, ঘৰবাৰী দিছে। এতিয়া শত্ৰুৱে এইবোৰ আমাৰ পৰা কাঢ়ি নিব আহিছে। কিন্তু যিমান সময়লৈ প্ৰাণ আছে মই সেইটো কোনোপধ্যে সফল হবলৈ নিদিওঁ। মই তোমালোকক প্ৰণাম জনাইছো আৰু অনুৰোধ কৰিছো মোৰ পথৰ সাক্ষী হবলৈ.................

হেৰৌ চয়তান বুঢ়া। এইবোৰ বন্ধ কৰ। কমাণ্ডাৰ জনে চিএঞৰি উঠিল। কাণ্ডটো তেওঁৰ বৰ অসহ্য লাগিল। দেউতাই মাত্র নিজৰ কাম নীৰৱে কৰি গ'ল। ঘৰৰ একোণলৈ আগবাঢ়ি গৈ এখন ডাঙৰ চুৰী হাতত লৈ ডমৰ ফালে ক্রমাৎ আগুৱাই গ'ল। মোৰ কাম শেষ হৈছে। এইবাৰ কওঁক আপোনাৰ কি প্রয়োজন?

ডমৰ গোটেই মুখ তেতিয়া বিৰ্বণ হ'ল। হঠাতে তেওঁ পিস্তল উলিয়াই ল'লে। দেউতাৰ হাতত তেতিয়া ধাৰাল চুৰী। ইতিমধ্যে সৈন্যসকলেও বন্দুক লৈ সাজু হ'ল। ইযাৰ পিছৰ দৃশ্যটো বৰ অকল্পনীয়। দেউতা ক্রমাৎ আগবাঢ়ি গৈছে আৰু ডমে পিস্তল লৈ ক্রমাৎ পিছুৱাই গৈছে। ভয় খোৱাত তেওঁৰ হাত কঁপিছিল। হঠাৎ তেওঁৰ পিস্তলে গর্জি উঠিল। দেউতাৰ মুখেৰে বৈ আহিল ৰক্ত স্রোত। দেউতাই এহাতেৰে মুখখন চেপি ধৰি ডমৰ পিনে তেতিয়াও আগবাঢ়িয়ে থাকিল। হঠাতে কমাণ্ডাৰ ডমে পিছলৈ ঘূৰি দৌৰিবলৈ ধৰিলে। মই বাট ভেটি ধৰিলো। এনেতে লুকুৱাই থোৱা কোৰখন উলিয়াই আনি মুহূৰ্ত্তৰ ভিতৰতে গাৰ সমগ্র শক্তিৰে মাৰি পঠালো। একেবাৰে অব্যর্থ শৰ। এটা বীভৎস চিংকাৰ কৰি ডম বাগৰি গ'ল।

এইবাৰ হাই কিছু সময়ৰ বাবে ৰ'ল। অলপমান মদ গিলাচত ঢালি ললে। ক্ষণিকতে গিলাচটো শূন্য কৰি বিচনাৰ ওপৰত সেইটো থৈ দৃঢ় মুখেৰে তেওঁ অন্ধকাৰৰ পিনে চালে। দেৱালত তেওঁৰ নিথৰ ছাঁ। নিম্ন স্বৰেৰে ক'লে অন্য সৈন্যবোৰে তেতিয়া কি কৰিছিল?

মূৰ জোকাৰি হাইয়ে ক'লে 'নাই।' ময়ো সিহঁতক একো কৰা নাছিলো। কোৰখন মাৰি পঠোৱাৰ পিছত দেউতাৰ কাষলৈ আগুৱাই গৈছিলো। কিন্তু তেতিয়া সকলো শেষ।'

সৈন্যসকলৰ মাজৰ এজনে দেউতাৰ মুঠিৰ পৰা চুৰীখন এৰুৱাই লৈ কৈছিল 'এতিয়াই পলাই যোৱা— আমি যি কৰিব লাগে কৰিম। অবাক হৈ তেওঁৰ ফালে চাই থাকোতেই তেওঁলোকৰ মাজৰ পৰা দুজনে আগুৱাই আহি ক'লে 'শীঘ্রেই ইয়াৰ পৰা পলোৱা' তাৰ পিছত সিহঁতে দেউতাক তুলি দেৱালত হেচা দি থিয় কৰাই ৰাখিলে। আন এজনে কোৰখন দেউতাৰ কাষত থলে। তেওঁলোকৰ বুদ্ধিটো বুজিব পাৰিলো তেতিয়াই বাধ্য হৈ চুৰীখন হাতত লৈ দৌৰি আহিলো বাহিৰলৈ। পিছফালৰ পৰা শুনিলো সৈন্যসকলৰ চিংকাৰ 'বদমাচ বুঢ়াজনে'আমাৰ কমাণ্ডাৰক হত্যা কৰিলে।'

কেইমাহমানৰ পিছত ধৰা পৰিলো। কিন্তু সেই সৈন্য কেইটাৰ বাদে আন কোনোৱে গম নেপালে যে মই কামাণ্ডৰক হত্যা কৰিছিলো। কিছুদিনৰ পিছত আমাক মুক্তি দিলে। উভতি আহি দেখিলো গোটেই গাওঁখনকে কাটা তাৰেঁৰে ঘেৰি পেলাইছে। দেউতাৰ মৃত্যুৰ পিছত কোনোৱে ঘৰ এৰি যাবলৈ মান্তি নোহোৱাত গোটেই গাওঁখন কাটা তাৰেঁৰে ঘেৰি এটা 'সুৰক্ষিত এলেকা'ৰূপে গঢ়ি তুলিছে।

সম্পূর্ণ এবছৰ যুদ্ধ চলিল। মাজে মাজে একোটা কোম্পানী আহে যদিও ব্যর্থ হয়.........,শেষ পর্যন্ত................

হাইকান নীৰৱ হ'ল। তাৰ পিছত ক'লে তুমি জানানে আমি কেনেকৈ সেই সুৰক্ষিত এলেকা চুৰ্ণ কৰি দিলো?

কিছু কথা শুনিছো। অবশ্যে ভালকৈ নাজানো। হাইকানে মিচিকি হাঁহি মাৰি ক'লে

'কৌশলটো বৰ বেলেগ। স্পষ্ট দিনৰ পোহৰতে আমি জয়লাভ কৰিছো।'

স্পষ্ট দিনৰ পোহৰত? বৰ আচৰিত কথা।

সঁচাকৈ আমি দিনৰ পোহৰত জয়ী হৈছো। সেইবাবে আমি অতি আনন্দিত। অন্য কোনো ভাবেই আমাৰ পূৰ্ণ শক্তিৰ কামত লগাব পৰা নগলহেঁতেন। পূৰ্ণ শক্তি?

'এৰা, মুক্তি ফৌজৰ কথাই কৈছো। নিশ্চয় জানা যে এনে ধৰণৰ সুৰক্ষিত এলেকাবোৰ চূৰ্ণ কৰি দিবলৈ হলে তাৰ কাষৰীয়া ঘাটিবোৰ ধ্বংস কৰিবই লাগিব। ফলত এই কাৰ্য্যত সহায় কৰিবলৈ আমি আঞ্চলিক মুক্তি বাহিনীক খবৰ দি অনুৰোধ জনালো। কিন্তু সৱাতোকৈ কঠিন আছিল সেই এলেকাত মুক্তি সেনা সকলক লুকুৱাই ৰখাটো।'

'লুকুৱাই ৰখা?'

অবাক হৈছা নেকি? প্ৰকৃততে কামটো বৰ কঠিন নাছিল। যিবোৰ ঘৰত আমি যোগাযোগ কৰিছিলো সিহঁতৰ সকলোৱেই প্ৰায় এক কথাতেই মান্তি হৈছিল। আমাক সিহঁতে কৈছিল 'সিহঁতৰ সকলোকে নিঃশেষ কৰিব লাগিব। নহলে অত্যাচাৰ আৰু বাঢ়িব।' আমিও কথাটোত হয়ভৰ দিলো। সিহঁতে ক'লে মুক্তি বাহিনীক ঘৰত লুকুৱাই থোৱাত আমাৰ আপত্তি নাই।' মুক্তি সেনাই শত্ৰুপক্ষক নিঃশেষ কৰাৰ লগে লগে আমি সেই তথাকথিত সুৰক্ষিত এলেকা চূৰ্ণ কৰি দিম। পৰিকল্পনাটো আছিল এনেকুৱা - সেইদিনা ৰাতিয়েই মুক্তি সৈন্যসকলে সুৰক্ষিত এলেকাত আশ্ৰয় ল'লে। পিছদিনা পুৱা শত্ৰু সেনা সকলে ঘাটি এৰি যেতিয়া ইফালে সিফালে সিঁচৰিত হৈ আৰামেৰে টহল দিছিল সেই মধুৰ ক্ষণত মুক্তি সৈন্যবোৰে হঠাতে জুপুৰীবোৰৰ পৰা ওলাই আহি অতৰ্কিতে আক্ৰমণ চলালে। সকলো শত্ৰুৱেই পৰাস্ত হ'ল। গাওঁৰ একাবেকা পথত খান্দি থোৱা গাঁতত মহ মাখি মৰাৰ দৰে সিহঁতক নিঃশেষ কৰা হ'ল। এজনেও নিজৰ ঘাটিলৈ যোৱাৰ সুযোগ নেপালো। যিকেইজনে কোনো মতে ৰক্ষা পৰিল সিহঁতে লগে লগে আমাৰ কাষত আত্মসমৰ্পণ কৰিলে। ইয়াৰ পিছত সিহঁতৰ ঘাটি নিশ্চিহ্ন কৰাৰ বাবে অধিক সময় নালাগিল। সুৰক্ষিত এলেকাটো আগৰ দৰে থাক গ'ল - অৱশ্যে এতিয়া সেইটো প্ৰযোজনত ব্যৱহৃত হৈছে।'

হাইকানে আকৌ নিশ্চুপ হ'ল। বহু পৰলৈ যেন কাণত বাজি থাকিল শত্ৰুপক্ষৰ ভাৰাতীয়া সৈন্যবোৰৰ আৰ্ত্তনাদ আৰু টম খুৱাৰ উদ্বেলিত কণ্ঠস্বৰ 'হে মোৰ পূৰ্বপুৰুষসকল, আৰু বিপ্লবৰ অমৰ শ্বহীদ . . . .

মই থিয় হ'লো। ভৰিৰ তলৰ মাটি যেন অলপ তপ্ত। ভাব হ'ল - যেন মাটিখিনি সামান্যভাবে কঁপিব ধৰিছে আৰু চৌদিশে চেকুৰা চেকুৰ তেজৰ দাগ .. .... ... . . সম্বিত ঘূৰি অহাত কাষত হাইকানক দেখা নাপালো। আঠুকাটি তেওঁ সমাধি বেদীৰ কাষত বহি আছে - য'ত দেউতাকে শেববাৰ বহিছিল।

ধূপৰ মলমলীয়া গোন্ধে চৌদিশ মধুৰ কৰিছে। আকাশ ফৰকাল। নতুন বছৰৰ শুভ আৰম্ভণি. . . । নৱবৰ্ষ নতুন চান্দ্ৰবৰ্ষ।

(সুৰক্ষিত এলেকা ঃ ই হৈছে এক বিশেষ ধৰণৰ অত্যাচাৰৰ শিবিৰ। মাৰ্কিন চৰকাৰে নামাকৰণ কৰিছিল ঃ ষ্ট্ৰেটেজিক হেমলেট) ❑

❑ মূল ৰচনা : আলেকজেণ্ডৰ চেৰাফিমেভিচ

# মিছিল



ক'লা কাপোৰ পিন্ধি, কান্ধত কান্ধ লগাই চহৰৰ প্ৰাণকেন্দ্ৰ পাৰ হৈ সিহঁত আগবাঢ়ি গ'ল। সিহঁত প্ৰত্যেকৰে হাতত ৰঙা পতাকা। এই পতাকা নগৰীয়াৰ বুকুৰ তেজেৰে ৰঞ্জিত, হেজাৰ হেজাৰ লোকৰ মিছিলৰ শ্লোগানে ৰাস্তাৰ দুই কাষৰ প্ৰাসাদবোৰ ঝন্‌ঝনকৈ কঁপাই তুলিছিল। 'মজদুৰ ভাইসকল' এই বাণী হেজাৰ হেজাৰ ক'লা কাপোৰ পৰিহিত মানুহৰ মূৰৰ ওপৰেৰে যেন সাঁতুৰি গৈছিল আৰু এই মিছিলৰ অন্ত বাৰু ক'ত? যিমান দূৰ দৃষ্টিয়ে ঢুকি পায় একমাত্ৰ মানুহ আৰু মানুহ......

টুপী, সৰু সৰু জেকেট আৰু ওভাৰকোট পিন্ধা হেজাৰ হেজাৰ মানুহৰ মিছিল আগবাঢ়ি গৈছিল। এই মিছিলত এনে বহুতো যুৱক আছিল যাৰ কোনো গোফৰ ৰেখা পৰ্যন্ত ওলোৱা নাছিল, সিহঁতৰ হাঁহি ভৰা মুখে মিছিলক উজ্জ্বল কৰি তুলিছিল আৰু এনে মানুহো আছিল যিবোৰে জীৱনৰ দীৰ্ঘ সময় অতিক্ৰম কৰিছে আৰু সিহঁতৰ চকু মুখত সময়ৰ অভিজ্ঞতাৰ ছাপ সুস্পষ্ট। অভিজ্ঞতা আৰু অনুভৱৰ এক আশ্চৰ্য গভীৰতা বিদ্যমান যেন সিহঁতে এক গভীৰ

চিন্তাত মগ্ন হৈ নিজৰ মাজত হেৰাই গৈছে। হয়তো সিহঁতৰ চিন্তা ভাৱনা দাসত্বৰ প্ৰাচীন সংস্কাৰৰ বিৰুদ্ধে এই নতুন চেতনা - যি চেতনাৰ সৈতে সিহঁতৰ কোনো পৰিচয় নাছিল - সিহঁতে সেই চেতনাক বুকুৰ উষ্ণতাত লালন কৰি আগবাঢি গ'ল।

পতাকা পতপতকৈ উৰাই এটা দলৰ পিছত অন্য এটা দল আহিছিল। সিহঁতে একেলগে গান গাইছিল।

আমি বিচৰা নাই সোণৰ পুতলা

সোণৰ পুতলা ।

সুৰত সুৰ। কণ্ঠত কণ্ঠ মিলি সুৰ তৰঙ্গ ভাহিছিল। এই সুৰ তৰঙ্গত সমগ্ৰ চহৰ যেন কঁপি উঠিছিল। আৰু সেই সঙ্গীত যেন চহৰ বিধ্বস্ত জীৱনৰ আকুলতাক বোৱাই পেলাব ধৰিলে। আৰু সেই বিধ্বস্ত জীৱনত এক নতুন শক্তিৰ উন্মেষণ ঘটিল। শান্তিৰ সঙ্গীত নহয়। এই সঙ্গীতৰ ভিতৰেৰে এই জনসমুদ্ৰৰ ধুমুহা চেতনাই উদ্ভাসিত হৈ উঠিছিল আৰু যি জন সমুদ্ৰ মানুহ হিচাপে নিজস্ব অস্তিত্বক উপলব্ধি কৰিছিল।

'বন্ধুসকল!' বক্তাজন ক্ষন্তেকৰ বাবে ৰ'ল। চৌদিশে মৃত্যুৰ দৰে এটা নিস্তব্ধতাই বিৰাজ কৰিছিল। বক্তাই স্থবিৰ জনসমুদ্ৰৰ পিনে এবাৰ চালে আৰু বহুদূৰৈৰ পৰা ভাহি অহা মাৰ্চৰ শব্দ শুনিবলৈ ধৰিলে। তেওঁ ওপৰলৈ হাত তুলিলে। আকৌ দৃঢ কণ্ঠে কবলৈ ধৰিলে- 'বন্ধুসকল'! আমাৰ এই শক্তি সংখ্যাৰ অধিকাৰৰ বাবে নহয়। আমাৰ হাতত কোনো অস্ত্ৰ নাই - আমি শুদা হাতেৰে আহিছো। আমাৰ হাতত একোৱেই নাই, আছে মাত্ৰ হাতৰ তলুৱাত পৰিশ্ৰমৰ গভীৰ দাগ, যদি অস্ত্ৰ-শস্ত্ৰৰে সু-সজ্জিত এক ডজন মানুহেও আমাক প্ৰতিৰোধ কৰিবলৈ আহে তেতিয়া সেই পথৰ ওপৰত আমি আমাৰ তেজ নিগৰাই যাম। কিন্তু আমাৰ শত্ৰুবোৰে কিয় আমাৰ দিশে ভীত সন্ত্ৰস্তভাৱে চাইছে? কিয় সিহঁতে আমাক ভয় কৰে?

আমাৰ শত্ৰুবোৰে আমাৰ হাত দেখি ভয় নকৰে। সিহঁতে আমৰ [illegible] খি ভয় কৰে। সিহঁতে জনসাধাৰণক ভয় কৰে। সিহঁতে আমাৰ আকাংক্ষা, আমাৰ হৃদযৰ পিপাসাক দেখি ভয়তে কঁপি উঠে। পিপাসা আৰু স্বাধীনতাৰ বাবে আকাংক্ষা আৰু পিপাসা কাহানিও তৃপ্ত নহয়। আমাৰ মাজত চেতনাৰ জন্ম হৈছে। এই চেতনা যেন পাহাৰৰ হাঁ কৰা মুখ যেন গভীৰ গাঁত। আমি এই পাহাৰৰ গাঁতৰ একাষে থিয় হৈছো। আমাক যিয়ে গোলাম কৰিব বিচাৰে সিহঁত থিয় হৈ আছে গাঁতৰ ওপৰত। আমি শুই দিলেই জানো এতিয়া আৰু আপোচ কৰা সম্ভৱ হ'ব? সিহঁতে নিজেই জানে আপোচ কৰা সিহঁতৰ পক্ষে আৰু সম্ভৱ নহয়। সেইবাবেই আমাৰ শত্ৰুবোৰে আমাক দেখি ভীত সন্ত্ৰস্ত হৈ উঠিছে। আমাক দেখি ভয় খাইছে।

মানুহৰ ওপৰত মানুহৰ হুকুমত চলোৱাৰ অনিবাৰ্যতাক দুই পদত বিধ্বস্ত কৰাৰ বাবেই এই জনজাগৰণ। যিবোৰে মানুহক গোলাম কৰি থয় আৰু যিবোৰ গোলাম, সিহঁতৰ মাজত — যি নিৰন্তৰ সংগ্ৰাম চলি আহিছে সেই সংগ্ৰামৰ কথা ইয়াৰ আগতেও সিহঁতে বহুবাৰ শুনিছে।

কিন্তু সেই কথাই আজি সিহঁতে বৰ মনোযোগেৰে শুনিছে। কাৰণ সেই কথাৰ মাজত এটা নতুনত্ব আছিল। এই নতুনত্বৰ এটা নিজস্ব সৌন্দৰ্য আছে - এটা নিজস্ব পবিত্ৰতা আছে। যেনেকৈ তৰুণৰ কাষত প্ৰেম এটা নতুন বস্তু ঠিক তেনেকৈ প্ৰেম মানৱতাৰ কাষত পুৰণি আৰু প্ৰেমেই মানুহৰ কাষত নতুন।

ক'লা কাপোৰ পৰিহিত সেই জনসমুদ্ৰ চহৰৰ নিস্তব্ধ কোলাহলহীন প্ৰান্তৰেৰে আগবাঢ়ি গ'ল, ৰঙা পতকা, জকমক কৰিছিল। সকলো খিনিকে বঞ্চিত কৰি ভাহি উঠিছিল হেজাৰ হেজাৰ মানুহৰ কণ্ঠৰ সেই সঙ্গীত।

'সোণৰ পুতলা আমি বিচৰা নাই

বিচৰা নাই. .. ......।

দূৰৈত— বহু দূৰৈত কুঁৱলীৰ মাজত হেৰাই যোৱা বাস্তাক বৰ ধূসৰ লাগিছিল। যেন নিৰ্জন সমুদ্ৰৰ তীৰ। বহুদূৰ পৰ্যন্ত বিস্তৃত। আৰু তাতে যেন পাখিমেলি উৰিছে এক সামুদ্ৰিক চৰাই। সিহঁতৰ নাকৰ আগ থৰথৰকৈ কঁপিছিল। কপালৰ শিৰবোৰ কোঁচ খাইছিল।

ধূসৰ বেলাভূমিৰ সীমনা ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। যি বেলাভূমিৰ ধূসৰতাক ইমান পৰে উদাস অন্যমনস্ক যেন লাগিছিল সেয়া এতিয়া ৰৌদ্ৰ হৈ উঠিল। এয়া কোনো বেলাভূমি নহয়-জনসমুদ্ৰ। সেই জনসমুদ্ৰৰ সঙ্গীত ৰৌদ্ৰৰ মাজত জলমল কৰিছিল। হেজাৰ হেজাৰ মুখত একেই ভাবধাৰা। নিস্তব্ধ স্থবিৰ যেন বহু বছৰ ধৰি - শতাব্দীৰ পিছত শতাব্দী ধৰি কোনো পাহাৰী উপত্যকাৰ শেলাই আৱৰা মলিন পথাৰ। সিহঁতৰ নিস্তেজ চকু ক্ৰমাৎ বাঢ়ি উঠা ভিৰৰ মাজত স্থিৰ হৈ পৰিল।

অফিচাৰৰ আদেশ পোৱাৰ লগে লগে বিউগল বাজি উঠিল - ৰাইফল একেলগে বতাহৰ মাজত জিলমিল কৰি উঠিল। হাতৰ মুঠি দৃঢ়তৰ হ'ল। জাগ্ৰত জনসমুদ্ৰৰ দিশে বিয়নেট ঘূৰি গ'ল।

মুহূৰ্তৰ বাবে চৌদিশে নিস্তব্ধতাই বিৰাজ কৰিলে। হঠাতে এই নিস্তব্ধ পৰিবেশৰ উদ্বেগ ভাঙি থানবান হৈ গ'ল আৰু মৃত্যুৰ মুখামুখি হেজাৰ তৰুণ-বৃদ্ধই একেলগে গাবলৈ ধৰিলে—

'মানুহৰ বাবে

হৃদয়ত ভালপোৱা লৈ

আমি হলো শ্বহীদ' .।

ধূসৰ মলিন আকাশৰ বাবে এই মৃত্যু অভিযানৰ সঙ্গীত যেন বিদ্যুৎৰ সংবাদ। এইসঙ্গীত যেন বজ্ৰৰ দৰে ৰঙা সূৰ্য্যৰ আৰু কন্ধ শ্বাস। সেই সকলো চহৰ আৰু নগৰৰ বাবে। মিছিলত হেজাৰ হেজাৰ মানুহে গান গাই গাই আগবাঢ়ি গৈছিল। যিসকলে বাস্তাত ভিৰ কৰি ৰৈ আছিল তেওঁলোকে এই মিছিলৰ মানুহক সন্মান দেখুৱাবৰ বাবে মুৰৰ টুপী খুলি হাতত ল'লে।

'মানুহৰ বাবে

হৃদয়ত ভালপোৱা লৈ

আমি হলো শ্বহীদ .

আমাৰ এই আত্মোৎসৰ্গ

শ্ৰমিকৰ বাবে

আমি হলো শ্বহীদ.'।

মৃত্যু অভিযানৰ এই মিছিল আৰু ধুসৰতাৰ মাজত যি ব্যৱধান সেই ব্যৱধান ক্ৰমাৎ মচি গ'ল। মৃত্যু আৰু জীৱনৰ মাজখণ্ডত যি ব্যৱধান সেই ব্যৱধান ক্ৰমাৎ বিলীন হৈ গৈছিল।

'জুইৰ আখৰেৰে আমি লিখিম

একো একোটা শব্দ

লিখিম এটি গল্প

আমি হ'লো শ্বহীদ।

হেজাৰহেজাৰ মানুহে এই মৃত্যুঞ্জয়ী গান গাইছিল আৰু ৰাস্তাত ওখ ওখ দালান, কোঠাৰ বগা প্ৰাচীৰৰ ওপৰত উন্মাদনাৰ প্ৰতীকৰ দৰে ক'লা পতাকা পতপতকৈ উৰিছিল।

অফিচাৰে স্বাভাৱিক অভ্যাসৰ দৰে মৃত্যুৰ এই ব্যৱধান পৰীক্ষা কৰিব ধৰিলে। ওঁঠ কঁপিল তেওঁ হাতৰ তৰোৱাল শূন্যত ঘূৰালে। তৰোৱাল ৰৌদ্ৰত জলমল কৰিব ধৰিলে। হুকুম দিয়ে 'ফায়াৰ'।

বিদায় বন্ধুসকল বিদায়, . আৰু জীৱন্ত মানুহৰ সমাবেশে মৃত্যুৰ ব্যৱধানক কমাই অনাৰ বাবে সচেষ্ট হৈ উঠিল। ৰাইফল টৌ খেলা পানীৰ দৰে মাটিৰ ওপৰত ছিটিকি পৰিব ধৰিলে। ক্ষন্তেক আগৰ সেই বিষাদ-হাঁহি আনন্দত উদ্ভাসিত হৈ জনসমুদ্ৰৰ মাজত একাকাৰ হৈ গ'ল। সিহঁতৰ চকু মুখ আছিল শেঁতা ৰঙী, কিন্তু সিহঁত আছিল অফুৰন্ত যৌবনৰ অধিকাৰী। যেনেকৈ গ্ৰেনাইট পাথৰ ক্ৰমনিম হৈ সমুদ্ৰৰ গভীৰতাত সোমাই যায় তেনেকৈ সিহঁত তলত সোমাল।

অফিচাৰে নিজৰ তৰোৱাল তললৈ নমাই মুখ ঘুৰালে। মেচিন গান চলিল। লাখ লাখ মানুহে মৃত্যুৰ গান গাই গাই আগবাঢ়ি গ'ল...কবৰৰ হিম নিস্তব্ধতা আৰু সঙ্গীতৰ এক নতুন জীৱন অঙ্কুৰিত হৈ উঠিল। এই সঙ্গীত আছিল প্ৰাণ শক্তি আৰু বিজয়ৰ প্ৰতীক। ইয়াত আছিল আকাশৰ উজ্জ্বলতা, যৌবনৰ আবেগ। এয়া আছিল আনন্দৰ সমুদ্ৰ। নতুন জীৱন ৰৌদ্ৰৰ দৰে সোণালী ৰূপ লৈ হেজাৰ হেজাৰ মানুহৰ চকু মুখত জলমল কৰি উঠিল। ফুটপাথত থিয় হৈ থকা হেজাৰ হেজাৰ মানুহে চীৎকাৰ কৰি মিছিলৰ মানুহবোৰক স্বাগতম জনাইছিল। ❑

❑ মূল ঃ আনোৱাৰ মামেদ হানলি

# তুষাৰ মূৰ্ত্তি



১৯১৪ চনৰ শীতকাল। শীতল বাতি কিন্‌কিনীয়া ৰৰফেৰে আবৃত। এনে ধৰণৰ এক ইউক্রেনৰ সীমাহীন তুষাৰে আবৃত ময়দানৰ ওপৰেৰে এটি মাত্র ছায়া যাব ধৰিছে।

এজনী যুৱতীয়ে তাইৰ একমাত্র, শিশুটোক বুকুত চেপি ধৰি ক'ৰবালৈ যেন বেগাই গৈছে। ফেচিষ্ট-বোৰে সিহঁতৰ গাওঁ দখল কৰিছে — সেয়ে-তাই পূব দিশে দৌৰি গৈছে — একমাত্র নিজৰ শিশুটোক ৰক্ষা কৰাৰ বাবে।

সন্মুখত নদী। তাৰ ওপৰেৰে গৈছে ফ্রন্ট লাইন। তাৰ পৰা ছোভিয়েটসকলৰ কামানৰ শব্দ আহিছে।

যুৱতীজনী আৰু বেগেৰে গৈছে। যিয়ে নহটক কিয় শিশুটিক নিজৰ দেশৰ লোকসকলৰ আগত উপস্থিত কৰাৰ লাগিব। নদীৰ সিপাৰৰ স্বাধীন আৰু মহান ভূমিতে তাইৰ শিশুক উপস্থিত কৰাব লাগিব। তাই আজি এই হিমশীতল বাতি মৃত্যুবৰণ কৰিলেও একো কথা নাই। এটিয়ে মাত্র উদ্দেশ্য ঃ মাতৃ প্রেমৰ স্মৃতিক ৰক্ষা কৰা।

যুৱতীয়ে দীৰ্ঘ ক্লান্তিহীন পথেৰে গৈ আছে। কিন্তু ৰৰফে আবৰা এই ময়দানৰ শেষ নাই। ক্রমাৎ তাইৰ শক্তি যেন লোপ পাই আহিছে। অত্যন্ত শীতল যেন তাইৰ দেহটোক

শীতে চুৰীৰে কাটিছে। হঠাৎ তাইৰ ভাব হ'ল তাইৰ কোলাৰ শিশুটি ঠাণ্ডাত যেন গোট মাৰিছে। তাই এক হতাশপূৰ্ণ দৃষ্টিৰে চৌদিশে নিৰীক্ষণ কৰি অকশমান যেন আশ্ৰয় বিচাৰিছে— য'ত শিশুটোৰ গাত এখন গৰম কাপোৰ দিব পৰা যায়। সেই যে দুটি ছায়া— যেন একেলগে বাঢ়ি উঠা গছ ...। ক্ষন্তেক সময়ৰ বাবে নিশ্বাস এৰাৰ বাবে তাই সেই গছৰ গাত হেলান দি থিয় দিলে এক মুহূৰ্তৰ বাবে।

আৰু তাইৰ শক্তি নাই। হিমশিখা অগ্নি জিভাৰে তাইৰ মুখমণ্ডল অবলেহন কৰিছে। মাতৃ হৃদয়ে এটি মাত্ৰ ভয়ঙ্কৰ কথা ভাবিছে —

মোৰ শিশুটি জঠৰ হৈছে নেকি? ই ইমান বেছি ঠাণ্ডা সহ্য কৰিব নোৱাৰে। এই ভয়ঙ্কৰ ভাবনাটিক তাই ত্যাগ কৰিব বিচাৰিছে।

নহ'ব, নহ'ব। শত্ৰুৰ হাতোৰাৰ পৰা ৰক্ষা কৰি তাইৰ সন্তানটিক এই হিমশীতল আলিঙ্গনত এৰি দিব নোৱাৰি। সমগ্ৰ পৃথিৱী শেষবাৰলৈ হিমশীতল হৈ গ'লেও তাই নিজৰ হৃদয়ৰ উত্তাপেৰে সন্তানক উষ্ণতা দিব।

তাই নিজৰ গাৰ পৰা উলৰ জেকেটটো খুলি সন্তানৰ গাত জাপি দিলে। মুহূৰ্তবোৰ জটিল ... ক্ৰমাৎ সময় বাগৰি থকিল ... হিমশীতল লৌহ শ'লখাই যেন তাইক বিন্ধিছে।

আকৌ তাইৰ ভাব হ'ল কোলাৰ শিশুটি যেন জঠৰ হৈ পৰিছে। শেষবাৰৰ বাবে যেন শিশুটি কঁপি উঠিছে।

এইবাৰ তাইৰ মূৰ বেষ্টিত পাছুমী বস্ত্ৰখন খুলি ল'ৰাটোৰ গাত পেলাই দিলে। এইবাৰ শীতত মাক আৰু অসহায় হৈ পৰিছে। তাই বুজিব পাৰিছে যে তাইৰ শেষ সীমা আহি উপস্থিত হৈছে। তাই ঘনীভূত হৈ পৰিব ধৰিছে। আৰু তাইৰ অলপমানো শক্তি নাই।

এইবাৰ তাই গাৰ চুৰেটাৰটো খুলি ল'ৰাটোৰ গাত দিলে তাক উষ্ণতা দিয়াৰ বাবে। তাইতো মৰিবই, সেইবাবে অন্ততঃ ল'ৰাটো জীয়াই থাকক। মাকে আপোন সন্তানক জীয়াই ৰাখিবই লাগিব। শেষ শক্তি সঞ্চয় কৰি পূৰ্ণ মাতৃ স্নেহেৰে তাই সন্তানটোক বুকুত সাবটি ধৰি ফুচফুচাই ক'লে— "আৰু একো বস্তুৰে তোক উষ্ণতা দিব নোৱাৰো— বাছা মোৰ! মোৰ একমাত্ৰ হৃদয়ৰ উষ্ণতাৰ বাদে এই মাতৃৰ আৰু একোৱে নাই। মৃত্যুৰ শেষ ক্ষণলৈ এই উষ্ণতা তোক দি যাম।

যুৱতীজনী নীৰবে ৰ'ল। তাইৰ কাণত তাঁৰৰ ঝন্‌ঝন শব্দ বাজে— প্ৰচণ্ড চাপৰ অনুভুত হয়। তাঁৰবোৰ ক্ৰমাৎ ছিঙি গৈ থাকে. . তাই একোৱে দেখা পোৱা নাই। গছডালত বৰ জোৰে চেপি ধৰে। এইবাৰহেলান দি থাকে। দুৰন্ত শীতৰ ৰাতি তাইক নতুন সাজেৰে সজ্জিত হোৱা দেখা যায়-শীতৰ হিমশীতল হাতে তাইৰ ওপৰত ক্ৰিষ্টালৰ নক্সা আঁকিছে।

স্বচ্ছ হিমশীতল প্ৰত্যুষ যেন খোলা ধাৰাল চকচকীয়া তৰোৱাল। গছৰ কাষত বগা এপ্ৰন পিন্ধা তিনিজন লোক থিয় দি আছে। তিনিওজন গুপ্তচৰ বিভাগৰ লোক। মূৰৰ টুপী খুলি নিস্তব্ধ হৈ তিনিও থিয় দি থাকিল অবিস্মৰণীয় এখন ছবিৰ সমুখত। তেওঁলোকৰ সমুখত শীতত গোট মৰা এজনী যুৱতীৰ বৰফৰ মূৰ্তি। বহুপৰ নিস্তব্ধ হৈ থিয় দি ৰ'ল। যেন ৰৈ আছে এক পবিত্ৰ বেদীৰ সমুখত।

ক্ৰমাৎ এজনে মূৰ্তিটোৰ কাষলৈ আগবাঢ়ি আহিল। কিবা আশা কৰি তেওঁ যুৱতীৰ বুকুৰ মাজত আবৰি থকা কাপোৰৰ টোপোলাটোৰ পিনে চালে। উত্তেজনাত কঁপা-কঁপা হাতেৰে তেওঁ কাপোৰখন গুচাই দিলে- লগে লগে দেখা পালে কাপোৰৰ আৱৰণৰ ভিতৰৰ পৰা এটি শিশু তেওঁৰ পিনে চাই আছে। যুৱক সৈন্যজনে আলফ শিঙুৱাই আহিল।

'শিশুটো জীৱন্ত' শীতত জঠৰ হোৱা নাই'। উৰ্দ্ধগত ৰুদ্ধ কণ্ঠে তেওঁ লগৰীয়াহঁতক ক'লে। শিশুটিয়ে হাঁহে, পুৱাৰ সূৰ্য্যৰ পোহৰত তাৰ চকু ৰক্তবৰ্ণ হৈ পৰিছে।

এই যোদ্ধাসকলে জীৱনত যথেষ্ট দুখ-কষ্টৰ মাজেৰে যাব লগাত পৰে। অথচ তেওঁলোকেও চকুলোক বাধা দিব নোৱাৰিলে। মূৰ তুলি তেওঁলোকে পুনৰ যুৱতীৰ সেই মহান মূৰ্তিৰ পিনে চালে আৰু মন্ত্ৰপাঠৰ দৰে তেওঁলোকে ওঁঠবোৰ লৰচৰ কৰি ক'লে নিমৰ্ম প্ৰতিশোধৰ শপত লোৱাৰ সময় হ'ল।

তেওঁলোকে শিশুটিক কোলাত লৈ আগবাঢ়িল। তুষাৰ মূৰ্তি মহান মাতৃ স্নেহৰ আৰু আত্মত্যাগৰ প্ৰতীক হৈ তেওঁলোকৰ আগত এক মহান প্ৰতিমূৰ্তিলৈ পৰিৱৰ্তিত হ'ল। তেওঁলোকৰ মনত জাগি উঠিল কঠোৰ প্ৰতিশোধৰ দুৰ্বাৰ বাসনা। ❑

❑ মূল ৰচনা ঃ মেক্স আউন

# ভোক



লা-কেপিলাক আপুনি ৰেঞ্চ ইষ্টেট বা আশ্ৰম - যি ইচ্ছা তাকে ক'ব পাৰে। ইয়াত কোনো অসুবিধা নহয়। লা-কেপিলা ৮৬ জন লোকৰ বসতি স্থান। এই ৮৬ জনৰ বাদেও আছে ছটা ঘোঁৰা, আঠটা গাহৰি আৰু শতাধিক কুকুৰা। তদুপৰি প্ৰেয়ৰি অৰণ্যৰ পৰা অহা ১৭টা কুকুৰ। ৰুক্ষ পাহাৰ প্ৰায় ত্ৰিশ মাইল পৰ্যন্ত প্ৰসাৰিত হৈ ধীৰে ধীৰে এঢলীয়া হৈ নামি গৈছে। পাহাৰ য'ত শেষ হৈছে তাৰ পৰা দক্ষিণ-পশ্চিম আৰু পূব দিশে লা-কেপলাৰ দৰেই অন্যান্য ৰেঞ্চ - লা কুচ লাচ, কুয়েবাছ এল এবচীনো, লা গালেৰা পাহাৰ উত্তৰৰ দিশে প্ৰসাৰিত হৈ গৈছে। এইবোৰ ঠাইত যদি পানী থাকে তেন্তে জীয়াই থকাৰ উপায় আছিল। কিন্তু কেবাবছৰো ধৰি তাত এটোপাও বৰষুণ হোৱা নাই। বৰষুণ কিয় হোৱা নাই তাক কোনোৱে ক'ব নোৱাৰে। প্ৰায় পাঁচ বছৰ হ'ল, ইয়াৰ মানুহে সিহঁতৰ ঘৰতে পোৱা জন্তুক জৰাই কৰি প্ৰাণ ৰক্ষা কৰি আহিছে। মাত্ৰ ইটাৰ দেৱালবোৰ কোনোমতে থিয় হৈ আছে। বিশ্বাস কৰক বা নকৰক, ফাট মেলা দেৱালবোৰ থিয় হৈ থকাৰ বাবে ফাটৰ মাজত শুকান ডাল-পাত ভৰাই দিয়া হৈছে।

পাছকুৱাল মোৰোনোৰ দৃঢ় বিশ্বাস - বৰষুণ এদিন হ'বই— তেওঁৰ পত্নীৰ তোমাচাৰো সেই বিশ্বাস। পাছকুৱাল আৰু তোমাচাৰ সন্তানবোৰৰ অৱশ্যে মাক - দেউতাকৰ দৰে কোনো বিশ্বাস নাই। কাৰণ সিহঁতৰ বয়স মাত্ৰ পাঁচ-ছয় বছৰ। কুঁৱাৰ পানী ক্ৰমে তললৈ গৈছে। একমাত্ৰ ডিঙ্গি তিয়াৰলৈ সেই কুঁৱাৰ পৰা নাম মাত্ৰ পানী পাইছিল। যদি আন কিবা কাৰণত পানীৰ দৰকাৰ হয় সিহঁতে সেই পানী ব্যৱহাৰ নকৰে।

ৰোমেৰো, এনচীনো পালো, কেমাৰো পৰিয়ালবোৰে লা-কেপিলা এৰি আন ঠাইলৈ

আঁতৰি গৈছে। কিন্তু মোৰোনো তেকেলোতে, কোনোখে বাৰগান - এওঁলোকে এতিয়াও লা-কেপিলা এৰি যোৱা নাই। তেওঁলোকৰ বিশ্বাস - এনে দুৰ্ভগীয়া দিন চিৰকাল নাথাকে। ইহঁত সকলোৱে বৰ কম কথা কয়। কম কথা কোৱাটো এওঁলোকৰ চাৰিত্ৰিক বৈশিষ্ট্য। একমাত্ৰ শিশুহঁতে খেলা-ধূলা কৰে. হৈ চৈ কৰে আৰু বাহিৰত ঘূৰি ফুৰে। গোন্ধৰ দিনৰ অন্তৰে অন্তৰে পাছকুৰালে লা গালেৰালৈ যায়। যদি তাতে জীৱন বৰ্তি থকাৰ কিবা বস্তু পায় তাক লৈ আহে। লা গালেৰাৰ পৰা ওভতাৰ সময়ত সি লৈ আহে মাকৈৰ সান্দহ আৰু নিমখ। ৰাস্তাত বন দৰবৰ গছ চকুত পৰিলে লৈ আহে।

এনে এক সময় আহিল যেতিয়া লা ক্ৰুচ লাচ কুৰেবাছ, লা গালেৰাও উত্তাপত পুৰি গ'ল। ভাব হ'ল, পৃথিৱীখন যেন পলাই বহুদূৰ আঁতৰি গৈছে।

যেতিয়া পাছকুৰালে খবৰ লৈ আহিল যে গালেৰাৰ সকলোৱে বাহুত উঠি আন ক'ৰাবলৈ আঁতৰি গৈছে- খবৰ শুনি অন্য পৰিয়ালেও লা-কেপিলা এৰি ক'ৰবালৈ যেন গুচি গ'ল। ভোকৰ যন্ত্ৰণা ক্ৰমাৎ বৃদ্ধি পাইছিল। সৰু সৰু ল'ৰা-ছোৱালীয়ে খেলিবলৈ আৰু বাহিৰলৈ নোযোৱা হ'ল। সিহঁতে হৈ-চৈ কৰা বন্ধ কৰিলে। পাছকুৰালেও মেক্সিতাললৈ যাব বুলি ভাবিলে। মেক্সিতাল লা-কেপিলাৰ পৰা নবৈ মাইল দূৰত। তাত একো বস্তুৰে অভাৱ নাই। তেকোলোতে পৰিয়ালৰ বৃদ্ধজনো সিহঁতৰ লগ ল'লে। সিহঁত একে ভাগী। নিজৰ মাজত আপোন ভাব এটা আছেই, অৱশ্যে কোনেখো আৰু বাৰাগান পৰিয়াল অলপ ভিন্ন ধৰণৰ। সিহঁতৰ লগতকোনো শিশু নাছিল। সিহঁত তাত উপস্থিত হৈছিল নে পথত মৃত্যুবৰণ কৰিছিল সেয়া কোনোৱে নাজানে। কোনোখে পৰিয়ালৰ সদস্য সংখ্যা চাৰি আৰু বাৰাগানৰ পৰিয়ালৰ তিনি, কাৰো দেহত যেন মঙহেই নাছিল, একেবাৰে হাড়-ছাল ওলোৱা। বয়স চল্লিশ-পঞ্চাশৰ ভিতৰত হ'ব। একমাত্ৰ বাৰাগান পৰিয়ালৰ বৃদ্ধা মহিলাজনীৰ কংকাল বহু আগতেই কুঁজা হৈ পৰিছিল। মুক্সিতাল দেল ওৰোৰ তেকোতোলক তাৰ বৰ ভাল লাগে। তেকোতোল আছিল লোহাৰ। তাৰ এটা কমাৰশাল আছিল। পাছকুৰাল তাৰ দোকানত অলপ ব'ল। মুক্সিতালে অলপ মাকৈ কিনিলে। মাকৈ কিনি জাতি ভাই পাছকুৰালক দিলে। তাক ক'লে, সি যেন পৰিবাৰক কয় যে সময় পালেই সি আহিব। পাছকুৰালৰ নিজৰ মাটি-বাৰীৰ বাদেও তাৰ স্ত্ৰীৰ কিছু সম্পত্তি আছিল। স্ত্ৰীৰ গহনা বিক্ৰী কৰি যি কেইটা নগদ ধন পালে তাৰে সি নিমখ, মাকৈ, শুকান মাংস আৰু বস্তা টিকটিকীয়া জলকীয়া কিনলে। এইবাৰ ঘৰ হ'বই। সি বন্ধুবৰ্গৰ আগত মনৰ কথা ব্যক্ত কৰিলে। তেকোতোলৰ কথা-বাৰ্তাৰ মাজত বেছ কৌতুক ভাব সোমাই আছিল। সি পাছকুৰালক ক'লে - 'এনে ধৰণৰ কথা ক'লে কি হ'ব? ফাঁকি বুলি এনেয়ে বুজা যায়। মানুহে যেতিয়া মুষলধাৰ বৃষ্টিৰ কথা কয় তেতিয়া বৰষুণেচৌদিশে ভৰাই দিয়ে। এতিয়া আমি মাত্ৰ বৰষুণৰ বাবে অপেক্ষা কৰিম। যি আমাৰ পক্ষে কৰা সম্ভৱ তাক আমি কৰিছো। তাৰ কথা শুনি পাছকুৰাল থমকি ব'ল। নহয় ভাই, উপায় বাহিৰ কৰাটো নিশ্চয় ভাল, কিন্তু সেই উপায় দেখোন হাতৰ বাহিৰত— বহু দূৰৈত।

- কিন্তু ভাই, ধাৰ লোৱা বাবে মই কি কাম কৰিব লাগিব? লা-কেপিলাত যিখিনি মাটি-বাৰী আছে সকলোখিনি মোৰ।

- হ'ব হ'ব, বৰ বৰ কথা বন্ধ কৰা।

পাকুবালৰ পিঠিত বহুতো বস্তু আছিল। কিন্তু ইমানবোৰ বস্তু লৈ খোজ কঢ়াত তাৰ কোনো অসুবিধা হোৱা নাছিল। ইমান দীঘলীয়া পথটি তাৰ দূৰ যেনো লগা নাছিল। ভাব হৈছিল - তোমাচাৰ আনন্দ আৰু নিজৰ সন্তানৰ হাঁহিভৰা চকু যেন সি তাৰ পিঠিত বৈ নিছে, সিহঁতে খাব. । এদিন এনে মুহূৰ্ত আহিব যেতিয়া সিহঁতে হাঁহি হাঁহি মৃত্যুক বৰণ কৰিব। ঈশ্বৰৰ ঘৰ হয়তো বহু দূৰ, কিন্তু অন্ধকাৰত আচ্ছন্ন নহয়।

তৃতীয় দিয়া যেতিয়া অন্ধকাৰ নামি আহিল পাছকুৱাল তেতিয়া লা-কেপিলাৰ মুকলি পথাৰত। তাৰ কঁকালখন ব্যথাত টনটন কৰিছে। এই পথাৰৰ মাজখণ্ডত থিয় হৈ সি শেষ আলোত অনায়াসে অনুভৱ কৰিলে যে তাৰ ঘৰ বৰ বেছি দূৰৈত নহয়। সি তাৰ লগত সৰু মমবাতি লৈ আহিছিল। সি বাৰগানৰ ভাগি পৰা গাহৰিৰ বাথানৰ সন্মুখত আহি থিয় হ'ল। গাহৰিবোৰ শুই আছিল যদিও সিহঁতৰ কোনো ভ্ৰূক্ষেপ নাছিল। একমাত্ৰ বাৰাগান পৰিযালেই কিয় গুচি গৈছে? নে আন পৰিয়ালো গাডীত উঠি ইয়াৰ পৰা আঁতৰি গৈছে? এইবোৰ কথাকে ভাবি ভাবি সি ঘৰৰপিনে খোজ দিলে। ঠিক সেই সময়তে জোন উদয হ'ল - সি জোনবাইক বৰ্ষাৰ মেঘৰ বাদে আন একোৱেই নাভাবে ।

পাছকুৱালে কোনো দিনে কাম নিজৰ ফালৰ পৰা আগবাঢ়ি গৈ নকৰে। মাত্ৰ সি চিৰদিনেই অপেক্ষা কৰিছে। আজি এতিয়াই এই মুহূৰ্তত নহ'লেও পিছৰ দিনত নিশ্চয় হ'ব। সি এনেকি তাৰ কোঁচ খোৱা আশাৰ পাখি নিজৰ মাজত সুমুৱাই লয। সেইবাবে তাক সকলোৱে পুতৌ কৰে আৰু 'বেচেৰা' বুলি কয। এই উপমা তাৰ মুঠেই ভাল নালাগে। কিন্তু নিজকে সি এই উপমাৰ পৰা ৰক্ষা কৰিব পৰা নাই! ডাঙৰ কথা যেনিবা বাদেই দিলো। সি কোনোদিনে কাৰো আঙুলি স্পৰ্শ কৰি সেই আঙুলিত ব্যাথা পৰ্যন্ত দিয়া নাই। বৰ পলম হৈ গ'ল - এতিয়া কি কৰা যায়? বৰং ঘৰলৈ যোৱাই ভাল। তাৰ মাজত এটা সহানুভূতিৰ আৱেশ বিযপি গ'ল। লগে লগে এটা অন্যায় অনুভূতি তাৰ পেটৰ মাজত মোচৰ খাই উঠিল। কিন্তু তোমোচাই কি ক'ব? সি কোনো কথা উচ্চাৰণ কৰিব নোৱাৰিলে।

কিন্তু তাৰ সমস্ত মন দুখ আৰু ব্যথাত উপচি পৰিল।

'এক মাত্ৰ ভোক'। বাৰাগানে মোৰ সকলো কাঢ়ি নিলে।

সিও বাৰাগানৰ সকলো কাঢ়ি নিছে। আকাশেও তাক করুণা দেখুওৱা নাই।

সি শুকান ঘাঁহ, কটা কাঠ, টেবুল, বেঞ্চ যি পালে সেয়া লৈ দুৱাৰ বন্ধ কৰিলে। তাৰ পিছত মমবাতি জ্বলাই গোটেই ঘৰটো পোহৰ কৰিলে।

বাৰগান বা কোনোৱে তাঁলৈ নাহিল। পিছদিনা মুৰধাৰে বৰ পুৱাতে বৰষুণ হ'ল। তুমুল বৃষ্টিত কয়লাৰ প্ৰাচীৰ, ভগা ছাদ সকলো ভাগি-ছিগি একাকাৰ হৈ গ'ল আৰু তাৰ পৰা এক অদ্ভুত গোন্ধ ভাহি আহিল। হয়তো ঈশ্বৰেহে জানে ক'ব পৰা এনে এক ব্যথা আহি তাৰ মনৰ মাজত আছাৰ খাই পৰিল।



# লেখকৰ সম্পৰ্কে

**ভগবতী পানিগ্ৰাহী ঃ** উৰিয়াৰ এজন প্ৰখ্যাত কথাশিল্পী। ১৯০০-১৯৪৩ চনলৈ সাহিত্য চৰ্চ্চা কৰে। এখেত সাম্যবাদী চিন্তা ধাৰাৰ লেখক। 'নবযুগ সংসদ' নামে এটি সাহিত্য অনুষ্ঠান গঢ়ি তুলিছিল আৰু এখন মাহেকীয়া 'আধুনিক' নামৰ মুখপত্ৰ উলিয়াই এক নতুন সাহিত্য গোষ্ঠীৰ সৃষ্টি কৰে। অভিজাত্যপূৰ্ণ সামন্তবাদী মনোভাবক বিদায় দি এক সাধাৰণ জনগণৰ ব্যথা বেদনাক অঙ্কিত কৰে। শ্ৰেণীহীন সমাজৰ পৰিকল্পনা আৰু ধৰ্ম্ম ঈশ্বৰত্ব বিশ্বাসত কুঠাৰঘাত কৰিছিল। সমাজৰ অন্ধবিশ্বাস তেখেতে দূৰীকৰণ কৰিবলৈ যথেষ্ট যত্ন কৰে। ভগবতী পানিগ্ৰাহীৰ অন্তৰত কাৰ্ল মাৰ্ক্সৰ চিন্তাধাৰা সঞ্জিৱীত হৈ উঠিছিল।

**সৰোজ কুমাৰ দত্ত ঃ** সৰোজ কুমাৰ দত্ত সাংবাদিক, প্ৰবন্ধকাৰ, কবি আৰু অনুবাদকৰূপে বিশেষভাৱে পৰিচিত। জন্ম সম্প্ৰতি বাংলাদেশৰ যশোহৰ জিলাত। সাংবাদিকৰূপে প্ৰথমে অমৃত বাজাৰ পত্ৰিকাৰ সম্পাদকীয় বিভাগত কাম কৰে। পৰিচয় পত্ৰিকাৰ সতেওঁ সেই সময়ত সাপ্তাহিক দেশহিতৈষীত যোগদান কৰে। ১৯৭২ চনত তেওঁ নিখোঁজ হয় আৰু আজি পৰ্যন্তও তেওঁৰ কোনো সন্ধান পোৱা হোৱা নাই। 'বাঘৰ পোৱালি' গল্পৰ মাজেৰে কৃষক জীৱনৰ বাস্তৱ অৱস্থা, আশা-আকাংক্ষা, স্বপ্ন, ভালপোৱা অতি অন্তৰংগভাবে ফুটি উঠিছে। তেওঁৰ অনুবাদ গ্ৰন্থসমূহ হ'ল - ৰামাৰোলা, মেক্সিম গৰ্কী, সেবাস্তোপোলৰ কাহিনী আৰু ৰেজাৰেকচন ১ম ঃ লেভ টলষ্টয়। বিভিন্ন কাকতত পত্ৰত তেওঁৰ কবিতা প্ৰকাশ পায়।

**আবুল মনচুৰ আহমেদ ঃ** বাংলাদেশৰ জনপ্ৰিয় গল্পকাৰ। তেখেতৰ গল্পৰ মাজেৰে সমাজ জীৱনৰ বিভিন্ন প্ৰতিচ্ছবি ব্যংগ আৰু বিদ্ৰূপেৰে প্ৰকাশ কৰে। 'নিমখ হাৰাম' তেওঁৰ বৰ্তমান স্খলিত সমাজৰ প্ৰতিচ্ছবি।

**চাদাৎ হোচেন মন্টো ঃ** পঞ্জাবৰ এখন অখ্যাত গাওঁত সমৰালাত মন্টোৰ জন্ম। পঞ্জাব বিশ্ব বিদ্যালয়ৰ পৰা উচ্চ শিক্ষা লাভ কৰি কেইবাবছৰো বোম্বাইত কটায়। দেশ বিভাজনৰ পিছত লাহোৰলৈ গুচি যায়। তাতেই ১৯৫৬ চনত মৃত্যু হয়। উৰ্দু সাহিত্যৰ প্ৰখ্যাত গল্পকাৰ কৃষণ চন্দৰ তেওঁৰ অন্যতম বন্ধু। তেওঁ কৈছিল 'মন্টোৰ ক্ষতৰ' বিনিময়ত মই মোৰ সমগ্ৰ গল্প দি দিব পাৰো। মই আৰু এখোজ আগবাঢ়ি কম-মন্টোৰ 'ক্ষত' আমাৰ সমাজৰে ক্ষত-য'ৰ পৰা নিগৰিছে তেজ আৰু পূজ। এই ক্ষত নিৰাময় কৰি তুলিব লাগিব। মন্টোৰ 'লাইচেন্স', 'কলা চেলোৱাৰ', 'টোবা টেকচিং', 'চাহদুলৰ এন্দুৰ' আদি প্ৰখ্যাত গল্প।

**লু চুন ঃ** 'চীনৰ গৰ্কী' আৰু 'চীনৰ ভল্টেয়াৰ' নামে অভিহিত লু চুনৰ জন্ম আৰু মৃত্যু ক্ৰমে (১৮৮১-১৯৩৬) চনত।

মাও ছে তুঙৰ মতে চীনৰ সাংস্কৃতিক বিপ্লবৰ সৰ্ব্বাধিনায়ক গৰাকী কেবল সাহিত্য জগতৰেই এক মহান পুৰুষ নাছিল, তেওঁ আছিল এগৰাকী মহান চিন্তাবিদ আৰু বিপ্লবী। তেওঁ যি পথ অনুসৰণ কৰিছিল সেয়াই আছিল চীনৰ নতুন জাতীয় সংস্কৃতৰি পথ। চিকিৎসা বিদ্যাৰ পৰা নিজকে এৰুৱাই আনি তেওঁ কলমৰ জৰিযতে শত্ৰু শিবিৰৰ ওপৰেদি বোৱাই দিছিল প্ৰবল ধুমুহা বতাহ। তেওঁৰ 'Wild Grass,' 'Dawn Blossoms Plucked at dusk প্ৰখ্যাত পুথি।

**চিয়াং ফেই ঃ** লাওচৰ চিয়াং ফেই এজন প্ৰতিবাদী গল্পকাৰ। তেওঁ অধিক সংখ্যক ৰাজনৈতিক গল্প লিখি গৈছে। গল্পবোৰৰ প্ৰধানত উপজীব্য হ'ল মুক্তি যুদ্ধত অংশ গ্ৰহণৰ অভিজ্ঞতা।

**গিওৱাগিও কোল্লেনজি ঃ** সাম্প্ৰতিক ইটালীৰ চুটি গল্পত কোল্লেনজি এটি উল্লেখযোগ্য নাম। তেওঁৰ প্ৰতিটো গল্পই পাঠকৰ দ্বাৰা যথেষ্ট সমাদৃত। ইটালীৰ স্বাধীনতা সংগ্ৰামৰ পটভূমিত ৰচিত এই 'নাম তাৰ মাজিও ' গল্পটো সংবাদপত্ৰ 'পাটটুগলিযাৰ' দ্বাৰা আয়োজিত চুটি গল্প প্ৰতিযোগিতাত প্ৰথম পুৰস্কাৰ পায।

বিশ্ব যুব মহোৎসৱত আন্তৰ্জাতিক ৰচনা হিচাবে স্বীকৃত এই গল্পটি বিশেষভাবে উল্লেখযোগ্য।

**গী দ্য মোপাচা ঃ** বিশ্ব সাহিত্যত চুটি গল্পক যিযে দৃঢ়হস্তে স্থাপন কৰিছে তেওঁলোকৰ ভিতৰত গী দ্য মোপাচা এজন কালজয়ী গল্পকাৰ। সমসাময়িক জীৱনৰ এজন বলিষ্ঠ চিত্ৰকৰ। সমাজ ব্যৱস্থাৰ এজন সচেতন সমালোচক। ওস্তভ ফ্লবেয়ৰক মোপাচাই দিশদৰ্শক আৰু আদৰ্শ সাহিত্যগুৰু স্বৰূপে বৰণ কৰিছিল। চুটি গল্পৰ আটাইবোৰ আধুনিক গুণেৰে গুণান্বিত ইমান বেছি সংখ্যক সাৰ্থক গল্প আজি পৰ্যন্ত আন কোনো এজন সাহিত্যিকে এককভাবে ৰচনা কৰিব পৰা নাই। মোপাচাৰ জন্ম ফ্ৰান্সত ১৮৫০ চনত, মৃত্যু ১৯১৩ চনত।

**পেলেষ্টাইনৰ গল্পকাৰ অজ্ঞাত ঃ**

**আবু ৰায়েদ ঃ** আবু ৰায়েদ পেলেষ্টাইনৰ এগৰাকী প্ৰগতিশীল লেখক।

তেওঁৰ প্ৰায়বোৰ গল্পই ৰাজনৈতিক পটভূমিত ৰচিত। এওঁৰ লিখনিৰ মূল উপজীব্য হ'ল মুক্তিযুদ্ধত অংশ গ্ৰহণৰ অভিজ্ঞতা।

**আবুল মাতি আবুল নাগা ঃ** আবুল মাতি আবুল নাগা মিচৰৰ এজন জনপ্ৰিয় কথাশিল্পী। মিচৰৰ পিৰামিডৰ কথা আমি সকলোৱে জানো। সেই দেশৰ সাহিত্যৰ সোৱাদো অন্যতম। আবুল নাগা প্ৰধানকৈ গ্ৰাম্য জীৱনৰ লেখক, জীৱনৰ সহজ সৰল ছবিয়েই তেওঁৰ গল্পৰ ৰূপ, এই ৰূপৰ স্বকীয়তা বজাই ৰাখিব পৰাটোও তেওঁৰ অন্যতম আদৰ্শ।'

**ভান্দাভাচিলিয়ে ভস্কা ঃ** দ্বিতীয় মহাযুদ্ধৰ পটভূমিকাত বৰ্ব্বৰ নাৎসী অত্যাচাৰৰ মাজত সমগ্ৰ বিশ্বৰ যি কেইজন সাহিত্যিকৰ জন্ম হৈছে তাৰ ভিতৰত ভস্কা এগৰাকী বিপ্লবী আৰু জনপ্ৰিয় মহিয়সী লেখিকা। প্ৰায়বোৰ গল্পতে তেওঁৰ ফুটি উঠিছে স্বদেশ প্ৰেমৰ ছবি। মানব জীৱনৰ দুৰ্জয় সাহস আৰু আত্মত্যাগৰ মূলমন্ত্ৰই তেওঁ লিখনিত বিদ্যমান। ১৯৪০ চনত ষ্টেলিন পুৰস্কাৰ প্ৰাপ্ত তেওঁৰ 'ৰামধেনু' আৰু 'ভালপোৱা' বহু ভাষালৈ অনুদিত দুখন বিশ্ববিখ্যাত উপন্যাস।

ইৰাণৰ গল্পকাৰ লেখক (অজ্ঞাত)

**ইৰশী ভোক্কাৰ :** চেকোশ্লভিকিয়াৰ এজন প্ৰখ্যাত কথা শিল্পী। 'সূৰ্য্যৰ প্ৰত্যাবৰ্ত্তন' নামৰ প্ৰতীক ধৰ্ম্মী গল্পৰ মাজেৰে তেওঁ এনে এক আত্মসুখ সমৃদ্ধিৰ মানসিকতাক তুলি ধৰিছে যিটো সমাজতান্ত্ৰিক আদৰ্শৰ পৰিপন্থী-অমানবিক। এই মানবিক সমাজ ব্যৱস্থাৰ মাজত যি নৃশংস মনোবৃত্তি— যি ডেকডেকীয়া দুৰ্গন্ধময় ঘাঁ সৃষ্টি হৈছিল সেয়া প্ৰচণ্ড সূৰ্য্যৰ উত্তাপত ভস্ম হৈ যায়। এই গল্পৰ মাজেৰে লেখকে কাক আক্ৰমণ কৰিছে সেয়া বুৰোক্ৰেটবোৰে বুজি পোৱাত অসুবিধা নহব।

**ৰিৰ্চাড ৰাইড :** ৰিৰ্চাডৰ জন্ম ১৯৩১ চনত কেপটাউনত। দক্ষিণ আফ্ৰিকাৰ কুখ্যাত ছয় নম্বৰ জিলাৰ কৃষ্ণাঙ্গসকলৰ বস্তিত তেওঁ ডাঙৰ হয়। এজন প্ৰতিবাদী গল্পকাৰ স্বৰূপে জনাজাত। তেওঁৰ চুটি গল্পত কৃষ্ণাঙ্গসকলৰ বিদ্ৰোহৰ কাৰণে এই অন্ধকাৰ এদোঁ বস্তিও গুৰুত্ব পাইছে।

**হাইনৰিখ বোল :** জাৰ্মানৰ বিশ্ব সাহিত্যিক, নোবেল বটা বিজয়ী বোলৰ জন্ম ১৯১৭ চনত, কোলন চহৰত। হাইনৰিখ বোলৰ লিখনিৰ উৎস মানুহ আৰু মানবত্ব বুলি আমি সকলোৱে জানো। দ্বিতীয় মহাযুদ্ধৰ পিছত জাৰ্মানৰ সৰ্ব্বক্ষেত্ৰত বিপ্লৱ আৰম্ভ হয়। স্বাভাবিকতে তাৰ প্ৰভাব জাৰ্মানি সাহিত্যতো পৰে। হাইনৰিখ বোলে ১৯৭২ চনত নোবেল বটা পায়। বোলৰ লিখনিত আমি পাওঁ মানুহৰ আতঙ্ক, মানুহৰ ভীৰুতা অসহায়তাই কিদৰে সমগ্ৰ জাতিক এক চৰম বিপৰ্য্যয়ৰ পিনে লৈ যায় আৰু তাৰ সতে পুনৰ দেখা পাওঁ সেই নৰকৰ পৰা মুক্তিৰ আশা, মনুষ্য জাতিৰ পুনৰ জন্মৰ আভাস আৰু ন প্ৰাণৰ স্পন্দন।

ফ্ৰাঞ্জ কাফকাৰ অন্যতম উত্তৰসুৰী বোলক 'আধুনিক জাৰ্মান জাতিৰ বিবেক' স্বৰূপে অভিহিত কৰা হয়। ১৯৮৭ চনত সেই মহান কথা শিল্পীজনৰ মৃত্যু হয়।

**খলিল জিব্ৰান :** লেবানবনৰ বিশ্ব বিশ্ৰুত কবি জিব্ৰান আছিল মাটি আৰু মানুহৰ কবি। যিয়ে বিশ্বাস কৰিছিল মাটিৰ বুকুতেই তেওঁৰ মৃত্যুৰ পিছতো অন্য এগৰাকী মাতৃয়ে তেওঁক জন্ম দিব।

১৯২৩ চনত তেওঁৰ সৰাতোকৈ জনপ্ৰিয় তথা বিৰ্তকিত পুথি 'প্ৰফেট' প্ৰকাশ পায়। প্ৰথম সংস্কৰণৰ ১৩০০ কপি এমাহৰ ভিতৰতে বজাৰত বিক্ৰী হয়। খলিল জিব্ৰান আছিল যাইকৈ সুন্দৰক আৰু সুন্দৰতম কৰা এজন সমাজ সচেতন কবি, গল্পকাৰ আৰু চিত্ৰশিল্পী। তেওঁ আছিল চিৰন্তন সত্যৰ অন্বেষক। তেওঁৰ প্ৰখ্যাত পুথিবোৰ হ'ল 'Tears and laughter' 'The Secrets of the Heart', 'The Broken Wings' ইত্যাদি।

**আলেক চান্দাৰ চাহিয়া :** কমানিয়াৰ অন্যতম সংগ্ৰামী লেখক। জন্ম ১৯০২ চনত। সাধাৰণ এক কৃষকৰ পৰিয়ালত জন্ম। কঠোৰ সংগ্ৰাম কৰি তেওঁ লিখা পঢ়া শিকে। পিছত ক্ৰাইওভা সামৰিক কলেজত ভৰ্ত্তি হয়। তেওঁৰ গল্পত পোৱা যায় নিঃপীড়িত সাধাৰণ লোকৰ প্ৰতিবাদী সুৰ। ১৯৩১ চনত মাত্ৰ ২৯ বছৰ বয়সতে তেওঁৰ মৃত্যু হয়)

**ৰালফ ফাক্স :** ব্ৰিটেইনৰ এজন সমাজ সচেতন কথাশিল্পী। 'নভেল এণ্ড দি পিপল'ৰ ৰচিয়তা হিচাবে পৰিচিত। মাৰ্ক্সবাদী সাহিত্য সমালোচক। ব্ৰিটেনৰ কমিউনিষ্ট পাৰ্টিৰ সক্ৰিয় সদস্য।

সাংবাদিক। ১৯৩৪ চনত আন্তর্জাতিকতাবাদত উদ্বুদ্ধ হৈ এই লেখকে স্পেনৰ ৰণত নিহত হয়।)

**গার্থিয়া কালডুন ঃ** পেৰুৰ অন্যতম বিদগ্ধ সাহিত্যিক ৰূপে গার্থিয়া কালড্রন বৰ জনপ্রিয়। জন্ম ১৮৯০ চনত লিমাত। দেউতাক আছিল পেৰুৰ প্রেচিডেন্ট। কবিতা, গল্প, নাটক, উপন্যাস, সাংবাদিকতা, সমালোচনা লৈ গার্থিয়া কালড্রন পেৰুভিয়ান সাহিত্য সংস্কৃতিৰ লগত ওতপ্রোতভাৱে জড়িত হৈ থাকে। প্রায়বোৰ গল্পৰ মাজেৰে প্রকাশ পাইছে প্রতিবাদৰ এক স্বকীয় সুৰ আৰু মানবিকতা, তেওঁৰ প্রকাশিত গল্প গ্রন্থৰ ভিতৰত 'ডলোৰোঁচা ই দেচনুদা বিয়ালিদাদ', ১৯১৪, 'বাজো এল ক্লামোৰ দ্য লাচ চিতোনাচ' উল্লেখযোগ্য। ১৯৫৩ চনত লেখকৰ মৃত্যু হয়)

**চার্লছ চেপলিন ঃ** স্পেনৰ গৃহযুদ্ধৰ পটভূমিকাত লিখা এই অতুলনীয় গল্পৰ লেখক চার্লছ চেপলিন আজি বিশ্ব বিশ্রুত এটি নাম। জন্ম ১৮৮৯ আৰু মৃত্যু ১৯৭৭ ৰ ২৫ ডিচেম্বৰ।

**মাইক কুইন ঃ** মাইক কুইন আমেৰিকাৰ বিশিষ্ট গল্পকাৰ, সমাজতন্ত্রত বিশ্বাসী। ইয়াৰ বাবে তেওঁ যথেষ্ট যুদ্ধ কৰিছে। আমেৰিকাৰ প্রগতি সাহিত্যৰ যিসকল আগবাঢ়ি গৈছে তাৰ মাজত কুইনো এজন। মার্কিন যুক্তৰাষ্ট্রৰ গণতন্ত্র তেওঁৰ গল্পৰ মাজেৰে প্রকাশ পাইছে। সেইবাবে তেওঁ পুলিচ আৰু 'ঠেঙেড়া' বাহিনীৰ মুখামুখি হ'ব লগাত পৰে।

**স্বেতোস্লাভ মিনিকভ ঃ** বুলগেৰিয়াৰ এজন আশ্চর্য গল্পকাৰ স্বেতোস্লাভ মিনিকভ। জন্ম ১৯০২ চনত ৰাজগ্রাদত, ১৯৩৬ চনত লেখক সংঘৰ প্রতিনিধি নির্বাচিত হয়। বলিষ্ঠতাৰ বিদ্রূপত তেওঁ মার্কিন ফেচিজিমৰ কুৎসিত নগ্ন মুখখন খুলি দেখুৱাইছে তেওঁৰ প্রখ্যাত গল্প 'ৰঙা শৰত'। এজন প্রতিবাদী, শ্লেষাত্মক গল্পকাৰ ৰূপে পৰিচিত।

**আনদাক ঃ** ভিয়েটনামৰ বিশিষ্ট গল্পকাৰ আনদাক ভিয়েটনামী জনগণৰ জাতীয় মুক্তি সংগ্রামৰ এজন প্রথম শ্রেণীৰ সৈনিক আছিল। সাম্রাজ্যবাদী বিৰোধী দীর্ঘকালীন যুদ্ধৰ ভিয়েটনামী জনগণৰ সংগ্রামী সত্বাৰ বিবিধ ক্রিয়া প্রক্রিয়াই তেওঁৰ লিখনিত মর্যদা পাইছে।

**আলেকজেণ্ডাৰ চেৰাফমোভিচ ঃ** এগৰাকী বিপ্লবী লিখক। আমাৰ দেশত তেওঁ বিশেষ পৰিচিত নহয়। ১৯০৫ চনত ৰুছ বিপ্লৱক লৈ তেওঁ এই গল্পটো লিখে। এই গল্পটো জাৰ চৰকাৰে ভয়ানক গল্প বুলি ঘোষণা কৰে। কিন্তু এই গল্পটি ৰাছিয়াৰ বিপ্লবী শ্রমিকৰ মাজত জনপ্রিয় হৈ উঠে। এই গল্পটো বে আইনী বুলি ঘোষিত হোৱাৰ পিছতো গোপনে ৰাছিয়াৰ বিভিন্ন প্রান্তত পৰিবেশিত হয়।

**আনোৱাৰ মামেদ হানলি ঃ** ছোভিয়েট আজেৰবাইজানৰ বয়োজ্যেষ্ঠ প্রগতিশীল লেখক। প্রথম দীঘল গল্প ১৯৩৪ চনত প্রকাশ পায়। 'শপত', 'শ্রেষ্ঠ' ইত্যাদি গল্প সংকলন। নাটক 'প্রাচ্যৰ প্রত্যুষ', 'জুই', 'আপেল গছ'। আকৃতিত চুটি হ'লেও 'তুষাৰ মূর্তি' গল্পটিত বহু বৈশিষ্ট্যই প্রধানত বিদ্যামান।

**মেক্স আউন ঃ** মেক্সিকোৰ এজন শক্তিশালী আৰু জীৱনধর্মী লেখক। ভোকে মানুহক অসহায়, নির্মম, স্বার্থপৰ কৰি তোলে। প্রাকৃতিক ঐশ্বর্য পালীও যি চৰকাৰে দৰিদ্রতম মানুহৰ বাবে ব্যৱস্থা নকৰে- এটুকুৰা ৰুটীতো দূৰৰ কথা। তৃতীয় বিশ্বৰ এয়া এক স্বাভাৱিক অৱস্থা। এই গল্প প্রকাশৰ পিছত মেক্সিকোৰ প্রগতিশীলবোৰে এই নিষ্ঠুৰতাৰ বিৰুদ্ধে প্রতিবাদমুখৰ হৈ পৰে। 'ভোক' এক বাস্তৱ জীৱনৰ জ্বলন্ত নিদর্শন। □□□